# লাজ

ৰিজু হাজৰিকা

প্ৰকাশক
প্ৰতিশ্ৰুতি প্ৰকাশন
হেদায়েৎপুৰ, গুৱাহাটী ক্লাব
গুৱাহাটী- ৭৮১০০৩

**Laz** : An Assamese short stories written by Riju Hazarika and Published by Charuprabha Hazarika on behalf of "Pratishruti Publication", Guwahati-781003, 2nd Published January 2009

Price Rs 80 00 (Rupees Eighty only)

প্ৰকাশক ঃ প্ৰতিশ্ৰুতি প্ৰকাশনৰ হৈ শ্ৰী চাৰুপ্ৰভা হাজৰিকা

দ্বিতীয় প্ৰকাশ ঃ জানুৱাৰী, ২০০৯

বেটুপাত ঃ চিত্ৰাঙ্কন

মূল্য ঃ ৮০ ০০ টকা মাত্ৰ

অক্ষৰ বিন্যাস ঃ অশোক শৰ্মা

মুদ্ৰক ঃ প্ৰতিশ্ৰুতি প্ৰেছ
হেদায়েৎপুৰ, গুৱাহাটী ক্লাব
গুৱাহাটী- ৩

# কৃতজ্ঞতা

'লাজ' মোৰ জীৱনৰ প্ৰথম কিতাপ। ১৯৬৭ চনৰ আগষ্ট মাহত প্ৰয়াত শ্ৰদ্ধেয় মুনীন্দ্ৰ নাৰায়ণ দত্ত বৰুৱাই প্ৰকাশ কৰিছিল। শ্ৰদ্ধেয় যোগেশ দাস ছাৰে পাতনি এটা লেখিছিল। এইবাৰ দ্বিতীয় সংস্কৰণ উলিয়ালে প্ৰতিশ্ৰুতি প্ৰকাশনে। মই শলাগ লৈছো মোৰ পত্নী চাৰু প্ৰভা হাজৰিকা, অবিনাশ শৰ্ম্মা, পবীন চক্ৰবৰ্ত্তী, সুৰঞ্জনা শৰ্মা আৰু প্ৰতিশ্ৰুতি প্ৰকাশনৰ লগত জড়িত আটাইকেউজন ব্যক্তিৰ। পাঠক সমাজে, প্ৰথম সংস্কৰণৰ দৰে দ্বিতীয় সংস্কৰণটোও আদৰি ললে মই নথৈ সুখী হ'ম আৰু কিতাপ লেখাৰ বাবে প্ৰেৰণা পাম।

আমবাৰী
গুৱাহাটী- ২৫

**বিজু হাজৰিকা**

# ৰিজু হাজৰিকাৰ গল্প

'লাজ' শীৰ্ষক গল্প-সংকলনৰ ৰচযিতা শ্ৰী ৰিজু হাজৰিকাই অলপতে ছিপাঝাৰৰ ছোৱালী বিয়া কৰাইছে। এই সংবাদ প্ৰথমেই দিযাৰ উদ্দেশ্য এযে যে বিযাৰ আগতেই তেওঁ বৈবাহিক জীৱনক কেন্দ্ৰ কৰি কেবাটাও গল্প লিখিছিল আৰু সেইবিলাকত অনভিজ্ঞতাৰ পৰিচয আমি পোৱা নাছিলোঁ। তাৰ অৰ্থ এযে হ'ব যে যি বিষয-বস্তুক অৱলম্বন কৰি তেওঁ কাহিনী তৰিব খোজে তাৰ সূক্ষ্ম পৰ্য্যবেক্ষণ তেওঁ কৰিব পাৰে। সামযিক পত্ৰিকাৰ পাতত ইতিমধ্যে তেওঁৰ তেনেকুৱা ভালেমান ৰসাল গল্প ওলাইছে যিবোৰে ৰসিক পাঠকৰ মন আকৰ্ষণ কৰিছে।

দৈনন্দিন জীৱনত লিখকক জনা মতে তেওঁৰ লিখাৰ সৈতে সঙ্গতি বিচাৰি পোৱা যাযনে? বহু দিনৰে পৰা মোৰ পৰিচিত ৰিজু হাজৰিকাৰ কথা-বতৰাৰ সৈতে মই তেওঁৰ লিখাৰ এটা মিল পাই আহিছোঁ। মোক তেওঁ 'ছাৰ' বুলি মাতে কাৰণেও তেওঁৰ মাজত মই এটা সৰলতা দেখিব পাৰোঁ, কিন্তু সেই সৰলতাকে মই তেওঁৰ কাহিনী-কথন-ভঙ্গীতো দেখিবলৈ পাইছোঁ। কথা-বতৰাৰ দৰে তেওঁ লিখাতো বাগাড়ম্বৰ কৰা নাই, চুটি চুটি, পোনপটীযা বাক্য-ভঙ্গীৰে তেওঁ কাহিনী কৈ যায, অথচ ৰস-ভঙ্গ নোহোৱাকৈ বক্তব্য বিষযক এটা সুসমঞ্জস আৰ্টঅ-ৰূপ দিবলৈ নাপাহৰে। শ্লেষ আৰু উইটেৰে বৰ্ণনাৰ মাজত তেওং এনে ধৰণে পাঠকৰ মন ধৰি ৰাখে যেটো নবীন গল্পকাৰসকলৰ মাজত সচৰাচৰ দেখা যায। ।শ্ৰীভৱেন শইকীযা আৰু শ্ৰী সৌৰভ চলিহাৰ গল্পতো হাস্যোদ্দীপক পৰিস্থিতি সৃষ্টি কৰা হৈছে, কিন্তু শইকীযাৰ গল্পত চৰি ত্ৰৰ উদঘাটন আৰু চলিহাৰ গল্পত পৰিবেশৰ পুনসৃষ্টিহে ঘাই কথা, আন হাতে ৰিজু হাজৰিকাই একো খনি ঘৰুৱা সামাজিক ছবি অঙ্কন কৰিবলৈ যাওঁতেহে ৰস-সৃষ্টি কৰি যায। মই ভাবোঁতে তেওংৰ গল্পৰ সুখপাঠ্যতাৰ এ এটা প্ৰধান কাৰণ।

মধ্যবিত্ত আৰু নিম্নবিত্ত অসমীয়া সমাজৰ কিছুমান সুখ-দুখৰ ছবি ৰিজু হাজৰিকাৰ গল্পৰ সমল। গাঁও আৰু নগৰৰ মাজত সংযোগ-সূত্ৰ স্থাপন কৰি থকা এইখন সমাজ পূৰ্ণ উদ্যোগীকৰণৰ অভাৱত যিখন এতিয়াও সম্পূৰ্ণ বিচ্ছিন্ন হৈ পৰা নাই। কষ্ট কৰি বি-এ পাছ কৰি নগৰত হযতো কোনোবা গাঁৱৰ ডেকাই সামান্য চাকৰি কৰে, বিয়া কৰাযো পৰিবাৰক লগলৈ আনিব নোৱাৰে, মাত্ৰ সপ্তাহৰ মূৰত নাৰিকল তেল এটিন, বিস্কুট এপেকেট আৰু কাপোৰ এগজ লৈ দেখা দি আহেগৈ—কোৱা বা হুল্য যে সোমবাৰে দেৰিকৈ অফিচ পাবহি! ('অসমৰ্থ' গল্প দ্ৰষ্টব্য)। এনেকুৱা বিয়া-কেন্দ্ৰিক গল্প কেবাটাও দেখি পাঠ ক সমাজৰ পৰা প্ৰশ্ন উঠিবও পাৰে— কিয় এইজন ডেকা লিখকে কেৱল

বিযাৰ কথাকেহে লিখে? মই ভাবোঁতে বিযাক মাত্র অৱলম্বন কৰিহে লিখকে বক্তব্য প্রকাশ কৰিবলৈ গৈছে। প্রেম, নাৰী, বিবাহৰ ক্ষেত্রতে আৰু সমাজৰ প্রকৃত পৰিচয বহুত সময়ত ফুটি উঠে। শৰৎ চন্দ্র চট্টোপাধ্যাযে কৈছিল, প্রেমত পুঞ্জভূত সামাজিক অন্যাযৰ স্বৰূপ প্রকাশ হয। 'চহৰৰ জোঁৱাই' ৰমানন্দৰ লগত উর্মিলা (গিৰীযেকে সংস্কাৰ কৰা নাম উর্মিমালা) পোন প্রথমবাৰ গাঁৱলৈ আহোতে ফেছনৰ সোঁতত উটি যোৱা আধুনিক ডেকা-গাভৰুৰ স্বৰূপ প্রকট হৈ উঠিছে—তেওঁলোকৰ টেক্সীযে চেপি থৈ যোৱা ল'ৰাক সাবটি উর্মিলাৰ মাক-বাপেকে সিহঁতৰ নিষ্ঠুৰতাত হুৱাওৱাৰে কান্দিলে। গাঁৱৰ ভূতপূর্ব 'দোকানী'দেউতাকক চহৰৰ ভাবী-শহুৰৰ ঘৰলৈ আনি এজন নায়কে পোন প্রথমবাৰ আৱিষ্কাৰ কৰিলে গাঁৱলীয়াৰ প্রতি নগৰীয়াৰ মন কেনে নিষ্ঠুৰ ভাৱে ঘৃণাপূর্ণ। 'সাৰথি' ৰ নায়কে এটা আদর্শৰ দ্বাৰা প্রভাৱান্বিত হৈ এজনী ছোৱালীৰ পাণি গ্রহণ কৰি বেলেগাই দিয়া নিজ ঘৰখনৰ বিৰূপ মনোভাৱ আৰু চহৰত দুষ্প্রাপ্য চাকৰি বিচৰাৰ দুর্বিসহতা যুগপৎ অনুভৱ কৰিছে।

ৰিজু হাজৰিকাই অৱশ্যে কেৱল এই সামাজিক দিশ ফুটাই তুলিয়েই ক্ষান্ত থকা নাই। আমি আমাৰ দৈনন্দিন জীৱনত লগ পাই থকা মানুহ-বিলাকৰ নানান দুর্বলতা আৰু সৰু সৰু মোহনীয় গুণাৱলী আমাৰ চকুৰ আগত তেওঁ দাঙি ধৰিছে। যোচেফ কৰনেল্-এ মোপাঁছাৰ সম্পর্কত দৰে —সেইবিলাক মানুহৰ ওপৰত তেওঁ নির্দয়ো, নম্রও সিহঁতৰ দুখ -কষ্ট আৰু প্রবঞ্চনাৰ ওপৰত তেওঁ গভীৰ সমবেদনাৰে দৃষ্টিপাত কৰে। 'অনাটন'ৰ প্রথম গর্ভধাৰণ কৰা যুৱতী তিৰোতাজনীৰ ইচ্ছাত শহুৰেকে যিটো ডাঙৰ মাছ মাৰি আনিলেগৈ, তাৰ ওপৰত লোভ সামৰিব নোৱাৰা সত্রীয়া প্রভুৰ বাটত উঠি অহা জ্বৰো নোহোৱা হৈ গ'ল প্রভুৰ খঁক দেখি ঘৰখনে ভর্ৎসনা কৰিলে, কিন্তু নাযক স্বামীৰ শেষত সন্দেহৰে গ'ল লোভ প্রভুৰ বেচি নে নিজ পত্নীৰ। 'পেটৰ কামোৰ' ত 'ডাঙৰ বংশ' ৰ জীয়াৰী এজনীৰ ডাঙৰৰ হাতত উঠাৰ হীন প্রচেষ্টা দুখীয়া গিৰীয়েকে বৰ দুখেৰে লক্ষ্য কৰিছে। 'এদিন শহুৰ আহিছিল' কাহিনীৰ বোৱাৰী জনী আৰু তেওঁৰ দেউতাকৰ বৰলোকালি-ভেম লিখকে ভালদৰে আঘাত কৰিছে। আন হাতে 'সাৰথি'ৰ নৱ-পৰিণীতা সাবি ত্রীয়ে চাকৰি বিচাৰি হাবাথুৰি খোৱা স্বামীক ককর্থনা কৰাৰ পৰিবর্তে মানসিক বল আৰু সমর্থন দিয়া, 'অপৰিহার্য্য' গল্পৰ ঘৈণীয়েকক লোকৰ কোট দেখুৱাই অহা দৰিদ্র ডেকাজনক অগ্রজপ্রতিম কেৰাণী বন্ধুজনে পাছবুকৰ টকা দি এটা কোট লবলৈ সহায় কৰাৰ নিচিনা চাৰিত্রিক উজ্জ্বলতাও লিখকৰ চকুত নপৰাকৈ থকা নাই।

জীৱন-ৰহস্য বা সামাজিক জটিলতাৰ নিচিনা বিষয়লৈ লিখক যোৱা নাই। সৰু সৰু, সুখ-দুখৰ সমস্যা লৈয়ে তেওঁ ব্যস্ত। সাধাৰণ মানুহৰ জীৱন সাধাৰণতে তাকে লৈ গঠিত। সেইবোৰৰ সৈতে ৰিজু হাজৰিকাৰ ব্যক্তিগত পৰিচয় আছে, সেই পৰিচয় নিবিডেই। (উল্লেখযোগ্য যে সঙ্কলনৰ কেউটা গল্প লিখকে প্রথম পুৰুষত লিখিছে) কিন্তু

নিবিড় পৰিচয় থকা বুলিয়েই তাক তেওঁ জধে-মধে প্ৰয়োগ কৰা নাই। একোটা কাহিনীক ৰসঘন কৰি তুলিবলৈ অভিজ্ঞতাখিনি তেওঁ চালি-জাৰি লৈছে। ছমাৰছেট মমে কবৰ দৰে, তেওঁ মূলক ঠিক অনুকৰণ নকৰে, তাৰপৰা আৱশ্যকীয় খিনি লয়, হয়তো তেওঁৰ মনোযোগ আকৰ্ষণ কৰা কিছুমান বৈশিষ্ট্য গ্ৰহণ কৰে আৰু নিজৰ কল্পনাৰে সেইখিনিকে নতুনকৈ ৰূপ দিয়ে। এইখিনিকে কৰিবলৈ যাওঁতে তেওঁ ভাষা বা টেকনিকৰ নতুন পৰীক্ষা একো কৰা নাই,। সৰলভাৱে, পোনপটীয়াকৈ, অলপ ৰস লগাকৈ আৰু মনত আমোদ-লগাকৈ কাহিনীৰ জাল তৰিছে। তেওঁৰ কাহিনীত সাধাৰণ মানুহৰ আশা-আকাঙক্ষা, দোষ-দুৰ্বলতা, সামাজিক-অৰ্থনৈতিক কাৰণত অসহায়তা এইবোৰ দেখি আমিও আমোদ পাওঁ, দুখ কৰোঁ আৰু সমবেদনা উপলব্ধি কৰোঁ। 'ত্যাগ' গল্পত দাৰিদ্ৰৰ কাৰণে দেশৰ সমাজ-ব্যৱস্থাক সমালোচনা কৰাৰ বাহিৰে লিখকে কতো বক্তৃতা-ধৰ্ম গ্ৰহণ কৰা নাই। নীতি-বাগীশৰ ভূমিকা নোলোৱা কাৰণেও তেওঁৰ কাহিনী সুখপাঠ্য হৈছে। অসমীয়া গল্প-সাহিত্যত ৰিজু হাজৰিকাৰ স্থান নিৰ্ণয় কৰিবলৈ এইখিনি কথা কলেই যথেষ্ট হ'ব বোধ কৰোঁ—অন্ততঃ এতিয়ালৈকে। ইয়াৰ পাচত আমি বাট চাম ৰিজু হাজৰিকাই জীৱনৰ বৈচিত্ৰ্যৰ আৰু ব্যাপক, আৰু গভীৰ চিত্ৰ আমাৰ চকুত আনি দেখুৱাব বুলি।

১৫ জুন, ১৯৬৭ — যোগেশ দাস

গুৱাহাটী।

## ।। সূচী ।।

# অনাটন

নতুনকৈ বিয়া কৰাই অনা ঘৈণীজনীক সচৰাচৰ সৰ্বপ্ৰকাৰে সন্তুষ্ট ৰাখিবলৈ চেষ্টা কৰা হয় । ক'লে হিমালয়ৰ পৰ্বতৰ ওপৰেদি উঠি গৈ তৰা এটা আনিবলৈ পাৰি নেকি, এবাৰ হ'লেও মনলৈ এনে এটা ভাব আহে । কাপোৰ-কানি কিনাৰ, চিনেমা চাবলৈ নি ৰেষ্টুৰাঁত এবাৰ বহুৱাই অমুকটো খাবা নেকি, তমুকটো খাবা নেকি বুলি বাৰে বাৰে সোধাৰতো কথাই নাই । মুঠতে সেই কেইটা দিন অলেখ মৰমৰ, দৰদৰ, থোকা-থুকি মাতৰ আৰু অভিমানৰ আদান-প্ৰদান ।

মযো চিন্ময়প্ৰভাক বিয়া কৰাইছিলোঁ । তেওঁলৈ মোৰ কিমান মৰম, প্ৰকাশ কৰিবলৈ যেন ভাষা নাই । তেওঁ দেখিবলৈ খুব ধুনীয়া । নাকটো জোঙা । চকুৰ চেলাউৰি কাঁচিজোনৰ দৰে ঘূৰণীয়া । দাঁতবোৰ কেঁচা কঠালৰ কোঁহৰ দৰে মিহি, বগা, চিক্‌চিকিয়া, মুখখন ঘূৰণীয়া । গাল দুখন সেন্দুৰ লগাই থোৱাৰ দৰে তেজে ফুটোঁ ফুটোঁ কৰে । হাঁহিলে মুখখনত অপূৰ্ব জেউতি চৰে । হাতৰ আঙুলিবোৰ দীঘল, লিহিৰি লিহিৰি । ভৰিৰ আঙুলীবোৰ ঘন ঘন । চুলিকোছা নিয়মীয়াকৈ দীঘল । চুলিত টাৰ্চেল মাৰে কেতিয়াবা । খোজ কাঢ়িলে পিচপিনৰ পৰা বেছি ধুনীয়া দেখি । এনে এজনী ছোৱালীক মই মৰম নকৰিমনে ?

চিন্ময়প্ৰভাই এতিয়া গা ধোৱা নাই । বৰ্তমান আঠমাহ । ইলা ভনীটিলৈ মুকলি চিঠি'ৰ শেষ ছোৱা, যৌৱন পথে, যৌন-বিজ্ঞান আদি অনেক কিতাপ আনি তেওঁক পঢ়িবলৈ দিছোঁ । গৰ্ভৱতী অৱস্থাত পালিবলগীয়া সকলোবোৰ নিয়মকে তেওঁ পালন কৰিছে । কিন্তু কিতাপ কেইখন পঢ়ি তেওঁ এটা হুমুনিয়াহ কাঢ়ে । তাৰ অৰ্থ কি ভালদৰে বুজি নাপাওঁ । এই অৱস্থাত মনৰ আৰু দেহৰ এটা ভাগৰ লাগে বুলি কেতিয়াবা সান্ত্বনা লভোঁ । হ'লেও লক্ষ্য কৰোঁ— কিতাপৰ আধ্যা একোটা পঢ়াৰ পাচতহে তেওঁৰ হুমুনিয়াহটো বেছি ।

বিয়াৰ আগতে চিন্ময়প্ৰভাক মই ভালেমান ফপহু কথা কৈছিলোঁ । আমাৰ মাজৰ বহুত চিঠিৰ আদান-প্ৰদান হৈছিল । মোৰ চিঠিবোৰৰ সাৰাংশ হ'লঃ তেওঁৰ দৰে ছোৱালীজনীক বিয়া কৰাবলৈ মই সকলো পিনৰ পৰা উপযুক্ত । আন নহ'লেও বিশ্ববিদ্যালয়ৰ ডিগ্ৰী আছে । হাকিমৰ চাকৰি এটা মই অনায়াসে লব পাৰোঁ । কিন্তু এইটো আদালতৰ চাকৰি । আদালতত বহুত সচা কথা মিছা হয় । শিক্ষকতাৰ দৰে ভাল চাকৰি একোৱে হ'ব নোৱাৰে । ক'ত শ শ ল'ৰা-ছোৱালীক জ্ঞান দিয়া যায়, কত মূৰ্খক পণ্ডিত কৰা যায় । এটা নিৰিবিলি, শান্ত জীৱন উপভোগ কৰা যায় শিক্ষকতাৰ মাজেদি

। মই ভাবোঁ, তেওঁৰ দৰে ছোৱালীজনী মোৰ লগত একো অসুখী হ'ব নালাগে । হ'ব নোৱাৰে । তদুপৰি মোৰ ঘৰুৱা অৱস্থাও বেয়া নহয় । মা-দেউতা আছে । ভাই এটাক ডা''ৰী পঢ়ুৱাই আছোঁ । ভনী এজনীক বিয়া দিছোঁ । এজনী সপ্তমমান শ্ৰেণীত পঢ়ি আছে । চিন্ময়প্ৰভাই মোৰ সামৰ্থ্যক স্বীকৃতি দিছিল । তেওঁৰ চিঠিবোৰৰো সাৰাংশ আছিল ঃ মোৰ সুখেই তেওঁৰ সুখ, মোৰ দুখেই তেওঁৰ দুখ । মোক স্বামীৰূপে পালে তেওঁৰ জীৱন ধন্য । তেওঁলোক ছোৱালী মানুহ । পৰৰ অধীন । মোক নাপালে তেওঁৰ গোটেই জীৱন বিযাই ন হ'ব । কিন্তু বিয়া হ'ল । মোৰ লগতেই হ'ল । বিয়া কৰাই চিন্ময়প্ৰভাক গাঁৱত ৰাখিছোঁ আনি । মই ওচৰৰ হাইস্কুল এখনতে শিক্ষকতা কৰিছোঁ । মোৰ পিতৃ হোৱাৰ আনন্দত বুকুখন ভৰি থাকে । কিন্তু তেওঁ হুমুনিযাহ কাঢ়ি মনটো মাৰি থকা দেখি মোৰ ভাল নালাগে ।

এদিন স্কুলৰ পৰা আহি মুখ-হাত ধুই চোতালত বহিছোঁ । আকাশত সুন্দৰ শীতল জোন উঠিছে । মা, শ্ৰীমতী, ভনীজনীও চোতালত পাটী পাৰি বহিছে । দেউতাই তুলসীজোপাৰ গুৰিতে শ্ৰীমদ্ভাগৱত পঢ়িছে । মায়ে ক'লে, "ভাত ৰান্ধিবৰে মন নাইকিয়া হৈছে । এটা মাছ-পুঠী নাই এই আপীটোৱে (মাই বোৱাৰীয়েকক আপী বুলি মাতে) ভাতত হাতেই নিদিয়ে । গৰাহ মাৰিযেই উঠে । এই অৱস্থাত এনেকৈ আধাপেটী ভাত খালে হয়নে ?" দেউতাই ভাগৱত পঢ়া চচ্ মাযোৰ খুলি কিতাপৰ ওপৰত থৈ মাইঁতৰ পিনে মুখ কৰি ক'লে, "হুঃ কি খাব ভাত । মাছ পাবলৈ নাইকিয়া হ'ল । শস্য-মৎস্য সব টুটিল । বজাৰখনলৈ যাবা, পোহাৰীযে মাছটোত সোণ এতোলাকে লব খোজে । পলটো থৈ পথাৰলৈ যবা, এশটা ছাবতো এটা মাছ নপৰে । তুমি বোৱাৰী কালত নেদেখিছিলানে কাপলা বিলৰ মাছ কিদৰে মাৰি আনিছিলোঁ । নাখাও নাখাওঁ কৰিছিলা দেখোন । এতিয়া বোৱাৰীৰ কপালে এটাও মাছ নেদেখা হ'ল । হৰি হৰি প্ৰভু, কি দিন কি হ'ল ।" চিন্ময়প্ৰভাই মোৰ পিনে এবাৰ কেৰাহিকৈ চালে । তাৰ পাচত মা আৰু দেউতাৰ মাজত অতীতৰ ভোগৰ দিনৰ কথোপকথন চলিল । এসময়ত মাই উঠি গৈ ভাত ৰান্ধিলে ।

ৰাতি শোওঁতে শ্ৰীমতীৰ লগত কথা পাতিলোঁ, "তৰা, (তেওঁক মই তৰা বুলি মাতোঁ) তুমি খোৱা-লোৱাত বৰ কষ্ট পাইছা নহয়নে ? তুমি যে কিতাপ কেইখন পঢ়ি হুমুনিযাহ এৰা এতিযাহে বুজি পালোঁ, তুমি মোক কিয় খুলি কোৱা নাই ।" তৰাই দৰদ দি ক'লে, "মইনো কি ক'ম আপোনাক এইবোৰ । আপুনি নিজে বুজা উচিত । মাছ-পুঠী এটা বিচাৰ কৰিব লাগে বুলি আপুনি নাজানেনে ? প্ৰফুল্ল মাষ্টৰহঁতে দেখোন স্কুলৰপৰা আহি চালি দিযো এটা মাছ-পুঠী বিচাৰি আনে । পিছে মোৰ ঢাওৰ মাছ এটা খাবলৈহে বৰ মন । দেউতালৈ লিখিলে কাইলৈকে লৈ আহিব । কিন্তু লাজ লাগে নহয় ।" তৰা মনে মনে থাকিল । মোৰ বৰ লাজ লাগিল । হয় মইতো খোৱা সম্পৰ্কে একো চকু দিয়া নাই । তৰাৰ এখন চিঠিৰ কথা মনত পৰিল । বিয়াৰ আগতে দিছিল । তেওঁ

লিখিছিল "খোৱা-লোৱাত ভালদৰে চকু দিব । মাছ আৰু গাখীৰ খাব । টকা-পইচানো কিয লাগে মানুহক । খাবলৈহে লাগে ; সাঁচিবলৈ নালাগে । শুনিছোঁ আপুনি হেনো খীণাইছে ?" ইত্যাদি । মই উত্তৰ দিছিলোঁ, "খোৱা-লোৱাৰ কাৰণে তেনে হোৱা নাই দেই । আমাৰ ঘৰত খোৱা-লোৱা দেখিলে তুমি আচৰিত হ'বা । দেউতাই মাছ নোহোৱাকৈ এসাজ ভাতেই নাখায । মাই প্ৰায ছয-সাতখন আঞ্জা ৰান্ধে । গাখীৰো সদায খাওঁ । গাইজনীযে ভাল গাখীৰ দিয়ে । পিছে তোমাৰ চিন্তাতহে অলপ খীণাইছোঁ । তোমাৰ মুখখন চকুৰ আগত ভাহি থাকেহি । তোমাক জানো কেতিযা পাম ।" ইত্যাদি । চিঠি দুখনৰ কথা মনত পৰি বৰ লাজ লাগিল । তৰাৰো নিশ্চয এই চিঠিৰ কথা মনত আছে । মনে মনে থাকিলোঁ । সিদ্ধান্ত কৰিলোঁ— কাইলৈ স্কুল নকৰোঁ, নলবাৰী হাটলৈ চাইকেল মাৰি বৌমাছ এটা কিনিমেই , দাম হ'লেও । তৰাই গালখনত চিকুটি দি ক'লে , "মনে মনে থাকিল যে, বেযা পালে ?" মই ক'লোঁ, "বেয়া পোৱা নাই । ভাবিছোঁ কাইলৈ নলবাৰী হাটলৈ যাম । মাছ কিনিম । আৰু কিবা লাগিব নেকি কোৱা ?"

শ্ৰীমতীৰ মুখখন আনন্দৰ জ্যোতিৰে পোহৰ হৈ উঠিল । পূৰ্ণিমাৰ জোনটোক এচপৰা মেঘে ঢাকি ধৰি আছিল । মেঘ চপৰা আঁতৰি গ'লে হঠাতে জোনটো যেনে পোহৰ হৈ উঠে তৰাৰ মুখখনো তেনে পোহৰ হৈ উঠিল । দেউতাক বজাৰলৈ যাবলৈ ওলালে অকণমানি ছোৱালী এজনীযে আদৰুৱা মাতেৰে" দেউতা মোলৈ, পুতলা আনিবা, আলু লুজেন আনিবা " বুলি যেনেকৈ কয তৰায়ো মোক ক'লে, " সিকাৰ খাবলৈ আৰু তেঁতেলী খাবলৈও বৰ মন গৈছে । পালে আনিব ।" মোৰ হাঁহি উঠিল । তৰাৰ লাজ লাগিল । মই মৰম কৰিলোঁ ।

—— তৰা ।

—— হুঁ ?

—— আঙুলি এটাত ধৰাচোন ।

--ধৰিলোঁ । কিয় ?

-- হুঁ ছোৱালী হ'ব ।

-- কেতিয়াও নহয়, ল'ৰা হ'ব ।

তৰাৰ টোপনি আহিল । মোৰ নাহিল । তৰা, এটা বৌমাছ, এটা পুত্ৰ সন্তান-- এইবোৰ খেলি-মেলি চিন্তাই মোৰ টোপনিকণ কাঢ়ি নিলে । তৰাৰ পিনে চালোঁ— এজনী অকণমান ছোৱালীৰ দৰে মোৰ বুকুৰ মাজত শুই পৰিছে । মাছ আৰু মাটি খোৱাৰ ইচ্ছাৰে মন বেয়া কৰি থকা এইজনী ছোৱালী মোৰ পত্নী । গৰ্ভত মোৰ শিশু লৈ আছে । আৰু দুমাহ পাচত চিন্ময়প্ৰভা মাক হ'ব । ভগৱানক ভাবিলোঁ এবাৰ ।

ৰাতিপুৱা বজাৰলৈ যাবলৈ ওলাওঁতে দেউতাই বাধা দিলে, "নালাগে তই

বজাৰলৈ যাব । বজাৰৰপৰা মাছ কিনি আনি খোৱাতকৈ নোট কেইখন পুৰি ছাই কৰি খোৱাহে ভাল হ'ব । আজি মই বিললৈ পল লৈ যাম । বোৱাৰীৰ কপাল থাকিলে এটা ডাঙৰ মাছ পাম আজি ।" বজাৰলৈ নগ'লোঁ । মাই দেউতাক তামোল-ছালি, খালৈ-পল আদি যতনাই দিলে, দেউতা মাছলৈ গ'ল ।

পোহাৰী এজনী আহিল । মাই চাউল দি সিকাৰ ৰাখিলে । ভনীজনীয়ে ৰাজেনহঁতৰ বাৰীৰপৰা তেঁতেলি কেইগাঁঠিমান আনিলে ।

দুপৰীয়া আমি ঠিক ভাত খোৱাৰ আগে আগে এজন আলহী আহি পালে । আলহী মানে আমাৰ শৰণীয়া গোসাঁই অৰ্থাৎ গুৰু । তেওঁ দুমাহে তিনিমাহে এবাৰ আমাৰ ঘৰলৈ আহেই । তেওঁ আমাৰ হাতে ভাত নাখায় । নিজে পাক কৰি খায় । তেওঁক জোগাৰ-পাতি দিয়া হয় । সকলোৱে তেওঁক প্ৰভু বুলি মাতে । আজি প্ৰভু আহিয়েই মোক ক'লে, "বোপাই বাটতে মোৰ জ্বৰ উঠি আহিছে । মোক এখন বিছনা কৰি দিয়া । এতিয়া খোৱা-লোৱা নকৰোঁ ।" মই আথে-বেথে বিছনা এখন কৰি দিলোঁ । মাইঁতে অলপ চাহৰ যোগাৰ কৰি দিলে । চাহখিনি পি প্ৰভু বিছনাত দীঘল দি পৰি কেঁকাব গেঠাব ধৰিলে । মোৰ বেয়া লাগিল । থাৰ্মোমিটাৰ দি জ্বৰটো চালোঁ-- এশ এক ডিগ্ৰী উঠিছে । মানুহজনক জ্বৰে একেবাৰে বিব্ৰত কৰিলে । ঘৰখনৰ আটায়ে প্ৰভুৰ শুশ্ৰূষাত লাগিলোঁ ।

গধূলি হোৱাৰ লগে লগে দেউতা মাছৰপৰা আহিল । প্ৰভুৰ অসুখৰ কাৰণে আটাইকেইজনে মনটো অলপ বেয়া কৰি আছিলোঁ যদিও দেউতা আহি পোৱাৰ লগে লগে ভাল লাগিল । তৰাৰ মুখলৈ চালোঁ-- একেবাৰে প্ৰফুল্ল মন । ঠেহ পাতি সৰু ছোৱালী এজনীয়ে ভালেমান সময় কান্দি আছিল । দেউতাকে আনি চাৰিটা মান লজেঞ্চ ■তত দিয়াত কান্দন এৰি যেনেকৈ চকু মুখ মচি হাঁহে তৰাযো ঠিক তেনেকৈ দেউতা মাছ মাৰি অহাৰ লগে লগে হাঁহিলে । দেউতাই খালৈটো নি বৰঘৰৰ বাৰাণ্ডাত থলে । তৰা আথে-বেথে গৈ খালৈটো চালে আৰু ক'লে, " আই ঐ, এটা বৰ ডাঙৰ বৰালি পাইছে ।" ভনীজনী আৰু মযো প্ৰায় দৌৰি যোৱাৰ দৰে চালোঁগৈ ।

দেউতা গৈ প্ৰভুৰ গুৰিত বহিল । তৰাই এটা ডাঙৰ বৰালি পাইছে বুলি কোৱাৰ লগে লগে প্ৰভুৱে ধহমহকৈ বিছনাত উঠি বহিল আৰু ডিঙি মেলি মাছটো নিৰীক্ষণ কৰিলে ,"অ' বেছ ডাঙৰ মাছ। ভাল হ'ব আজি এসাজ খাব পাৰিম । মোৰ সিধাটো যোগাৰ কৰি দিবা ।" দেউতা আৰু মই মুখলৈ চোৱা-চুই কৰিলোঁ । প্ৰভুৰ এশ ডিগ্ৰীৰ ওপৰ জ্বৰ উঠি আছে—মাছটো দেখিযেই খাওঁ খাওঁ লগালে । দেউতা ভিতৰলৈ উঠি গ'ল । মযো পিচে পিচে গ'লোঁ । মই ক'লো, "প্ৰভুক এতিয়া ভাত খাবলৈ কেনেকৈ দিয়া যায় । ইমান জ্বৰ আছে ।" দেউতাই মূৰে-কপালে হাত দি ক'লে, "মাছটো দেখি প্ৰভুৰ লোভ লাগিছে --খুৱাব নোৱাৰ । জ্বৰ বেচি হ'লে আমাৰ পাপ লাগিব ।"

মাই মাছটো কাটিবলৈ আৰম্ভ কৰিছে । তৰা আৰু ভন্টীয়ে আগুৰি ধৰিছে । মাই মাছটো টুকুৰা-টুকুৰ কৰিছে । তৰাই ভাগ ভাগ কৰিছে । এইখিনি টেঙাৰে, এইখিনি কোমোৰাৰে, এইখিনিত খাৰ দিব লাগিব, ইত্যাদি ।

ভন্টীয়ে কৈছে— মই টেঙাৰ আঞ্জা ভাল নাপাওঁ ।

তৰাই কৈছে—ইহ্ বৰালি মাছ টেঙাৰ লগত যে কি বঢ়িয়া লাগে ।

মাই কৈছে—মই জানিম দে কি মাছ কিহেৰে ৰান্ধিব লাগিব ।

দেউতাই কাপোৰ-কানি সলাই প্ৰভুৰ ওচৰত বহিলগৈ ।

প্ৰভুৱে ক'লে, "বাৰু, মোক অলপ গৰম পানী কৰি দিবলৈ কোৱা, হাত-ভৰি ধুই লওঁ । পাগৰ যোগাৰটো কৰি ছোৱালীজনীক জুইকুৰা ধৰিবলৈ কোৱা । মাছ মোক বেচি দিব নালাগে । গদা কেইটুকুৰামান দিবা ।"

দেউতাই নম্ৰভাৱে ক'লে, "প্ৰভুৰ জ্বৰ উঠি আছে । মাছ খাব নালাগে । এতিয়া ভাত নোখোৱাই ভাল হ'ব । বৰালি মাছ এনেয়ে ৰুগীয়া বুলি কয় ।"

প্ৰভুৱে ক'লে,"এহ্ মোৰ জ্বৰ । বহুদূৰ বাট খোজ কাটি অহা কাৰণে এই বিষ জ্বৰ উঠিছে । এতিয়াই ভাল হৈ যাব ।" মই পুনৰ থাৰ্মোমিটাৰটো দিলোঁ । সেই একেই আছে । গা পুৰি যায় । কওঁতে জ্বৰ বেচি হোৱা বুলিহে ক'লোঁ । প্ৰভুৱে নামানিলে । মহা বিপদত পৰিলোঁ ।

মাৰ আগত কথাটো ক'লোঁ । তৰাই ক'লে, "হয় এনে থকুৱা প্ৰভুডাল, ইমান জ্বৰতো ভাত খায় । তেওঁকতো আৰু মাছ কমকৈ দিলেও নহ'ব ।" মাই ক'লে, "এই মাছ খাই জ্বৰ বেচি হ'লে আমাৰ পাপ লাগিব । মানুহেও বেয়া বুলিব ।" তৰাই ক'লে, " আপুনি বুজাওকগৈ এতিয়া ভাত খাব নালাগে ।" তৰাই আৰু মাছখিনিৰ পিনে এবাৰ চকু ফুৰালে । দেউতা আকৌ উঠি আহিল । কি কৰা যায়, প্ৰভুৱে নেৰে । মাই ক'লে "নোৱাৰি দিব ভাত । কিবা এটা হ'লে আমাৰ মূৰতহে দায় লাগিব ।"শ্ৰীমতীয়ে তাতে হয় ভৰ দিলে । মাই পুনৰ ক'লে, "একাপ ভালকৈ চাহ কৰি দে আৰু পখিৰ দোকানৰ পৰা এটা ৰুটি আনি দে ।" দেউতা প্ৰভুৰ ওচৰলৈ গ'ল ।

মা ৰান্ধিবলৈ গ'ল । তৰা আৰু ভন্টী ওচৰত পীৰা এখন পাৰি বহি থাকিল । আন দিনাখন ভন্টীৰো টোপনি আহে । আজি তাইৰো টোপনি নাই । তৰাৰ মুখখনত আজি কেৱল আনন্দৰ ৰেখা । মই কেৱল দাহে ধৰা গৰুৰ দৰে ইঘৰৰ পৰা সিঘৰলৈ গৈ নিৰীক্ষণ কৰিলোঁ । মাই গৰম তেলত মাছ কেইটুকুৰামান পেলাই দিয়াৰ লগে লগে তৰাই ক'লে, "মাছটোৰ বৰ তে ল আছে । আমাৰ দেউতাই এবাৰ বজাৰৰ পৰা ইমান ডাঙৰ মাছ এটা আনিছিল । আমি তিনিদিন খালোঁ । ভাজি ৰাখে আমাৰ মাইঁতে ।" ভন্টীয়ে ক'লে, "মই বৰালি মাছ খাবলৈ সিমান ভাল নাপাওঁ । এবাৰ যে আমাৰ দেউতাই বিলত ইমান ডাঙৰ কাৰৈ মাছ এটা পাইছিল ( ইমান ডাঙৰ মানে পীৰাখন

দেখুৱাই দিলে )--ইম্মান সোৱাদ । নহয় মা । ” সেই সময়ত মাৰ চকু কেইটা কেৰাহীৰ ওপৰত । বাহিৰ শলা এডালেৰে মাছ কেইটুকুৰা ইফাল-সিফাল কৰিছে । ভন্টীৰ কাৰৈ মাছৰ তুলনাটো তৰাই মান লব নুখুজিলে । ক'লৈ, “ইমান ডাঙৰ কাৰৈ মাছ নাই দিযা । আমি ক'লেও নশুনো । ভন্টীযে ক'লে, “ইমান ডাঙৰ নহয ৰবাচোন, কথাটো হে কৈছোঁ । ”

দুযো খিল্ খিল্ কৈ হাঁহিলে ।

দেউতাই প্ৰভুৰ ওচৰত বহি মাছৰ মেলকে মাৰি আছিল । পৃথিৱীত মাছ নোপোৱা হ'ল । আজি ল'ৰা-ছোৱালীহঁতে এটা মাছৰ কাৰণে যেনে আকুল হৈ পৰে আমি এনে মাছ কেৰপাক্ দিযে নাচাইছিলোঁ । কি দিন কি হ'ল । সৌ সিদিনাৰ কথা-- বজাৰত একোটা ৰৌমাছৰ দাম আছিল বৰ বেচি ছয অনা । আজিকালি বোলে আকৌ টাউনত ৰৌমাছৰ কিলোত দহ টকা । প্ৰভুৱে ক'লে, “আজি বহুতদিন ডাঙৰ মাছ এটুকুৰা মুখত দিযা নাই । আজি খাওঁ বুলি ভাবিলোঁ-- তাকো তোমালোকে খাবলৈ নিদিলা । মোৰতো জ্বৰ বেচি নাই । মাছ খালে বৰং ভালহে পাম ।” প্ৰভু ধৰফৰকৈ থিয হ'ল আৰু বৰ ঘৰলৈ উঠি গ'ল । দুৱাৰ মুখতে থিয দি তেখেতে ক'লৈ, “বাৰু বাৰু, মই নাখালোঁ নাই, তোমালোকে মাছটো ৰান্ধিব জানিছানে নাই অলপ দিহা দিওঁ শুনা-- গদাবিলাক টেঙাৰে ৰান্ধিবা । কোলঠিখিনি ভাজিবা । কাঁইট মূৰখিনি কোমোৰাৰে খাব দিবা । বুইছা, বৰালি মাছ তেনেকৈ খায । আৰু শুনা, মোলৈ ৰাতিপুৱালৈ কেইটুকুৰামান মাছ এৰিবা । পুৱা মই পাক কৰিম । আজি মোৰ দিন বেয়া । নহ'লে আজি মই মাছটো ৰান্ধি তোমালোকক খুৱালোঁহেঁতেন । খাই তৃপ্তি পালাহেঁতেন । ”

প্ৰভু পুনৰ আহি বিছনাত পৰিল ।

প্ৰভু যোৱাৰ লগে লগে তৰা আৰু ভন্টীযে একেলগে কৈ উঠিল, “আই ঐ প্ৰভুডালে মাছৰ খকটো এৰিব পৰা নাই । আজি আমাৰ পেট ফিকিব । ” মাই ক'লে, “মনে মনে থাক । নকবি তেনেকৈ । বুঢা মানুহ, মাছৰ লোভ থাকেই । ”

মোৰো ক'বৰ মন গৈছিল--বুঢা মানুহৰেই অকল নহয়, গৰ্ভৱতী নাৰীৰো ।

ভাত খাবৰ হ'ল । সিদিনা আটাযে একেলগে ভাত খাবলৈ বহিলোঁ । প্ৰত্যেকৰে কাঁহীৰ পিনে এবাৰ চকু ফুৰালোঁ, দেখিলোঁ --তৰাৰ কাঁহীখনত মাছ বেচি । তেওঁ বোন্দা মেকুৰীয়ে মাছ খোৱাদি এফালৰপৰা চেপি গৈছে । মাজতে প্ৰভু আকৌ উঠি আহিল । দুৱাৰ মুখত থিয দি আমাৰ পিনে চাই সুধিলে, “পাক ভাল হৈছেনে ? হ'ব ভাল, কিয় নহ'ব--জীয়া মাছতো ।” প্ৰভু আগত থকা কাৰণে তৰা আৰু ভন্টীয়ে অলপ অস্বস্তি বোধ কৰিলে । প্ৰভু গ'ল । সিদিনা অতি আনন্দ কৰি ভাত খোৱা হ'ল । ভাত খাই উঠি দেখিলোঁ তৰা আধাৰ গিলা সাপৰ দৰে লৰিব-চৰিব নোৱাৰা হৈছে ।

বিছনাত পৰিলোঁ । তৰাৰ মনত সিদিনা মহা আনন্দ । পৰম উচ্ছ্বাসত কেৱল

খোৱাৰে মেল কৰিলে ভালেমান পৰ। এসময়ত তৰাৰ লালকাল দি টোপনি আহিল। মোৰ কিন্তু আজিও ভালেমান সময়লৈকে টোপনি নাহিল। প্ৰভুৰ মাছৰ প্ৰতি লোভ সে বচি নে তৰাৰ বেচি, তাকে ভাবিবলৈ ধৰিলোঁ। দুয়োটাৰে লোভ সমান। মাছৰ লোভে যে মানুহৰ চৰিত্ৰৰ দিশ এটা এনেকৈ দেখুৱাব পাৰে আজিহে বুজি পালোঁ।

নিজম নিস্তব্ধ ৰাতি। সকলোবোৰ নিপালি দি শুইছে। এনেতে শুনিলোঁ-- প্ৰভুৱে সুৰ টানিছে—'শস্যও টুটিব, মৎস্যও টুটিব অ' ৰাম, টুটিব বিৰিখৰ গুটি। সাধু মহন্তৰ বাইকো লৰিব অ' ৰাম লৰিব ধৰমৰ খুটি।' নিতাল ৰাতিৰ প্ৰভুৰ এই সুৰটো অতি কৰুণ। বোধহয় এশ ডিগ্ৰী জ্বৰৰ কেঁকনি-গেঠনিৰ লগত গীতটোৰ কৰুণতাৰ সামঞ্জস্য ৰক্ষা কৰা হৈছে।

ৰাতিপুৱাই হঠাতে টোপনি ভাগি গ'ল। ঘৰখনত যেন এটা হুলস্থুল লাগি পৰিছে। তৰাও বিছনাত নাই। মোৰ টোপনিৰ জাল ভালদৰে মৰাই নাই। কাণ পাতি, চকু-মুখ মোহাৰি ঘটনাৰ বিৱৰণটো আয়ত্ত্ব কৰিবলৈ চেষ্টা কৰিলোঁ। ঘটনাৰ ইতিবৃত্তি জানিব পাৰি হাঁহি উঠিল যদিও দুখো লাগিল অকণমান।

মাই ক'লে, "হৰি হৰি প্ৰভু, এনে গজমূৰা বস্তু, চেলফ্ ৰ তাঁৰ কাটিও মাছ খায়। দাঁত কেইটানো ভাগি নগ'লনে ?"

দেউতাই ক'লে, "দুখ নকৰিবি একো। আমিও এসাজ ভালকৈ খালোঁ, সিও এসাজ ভালকৈ খাই ললে। আজি ইমানদিন সিও হয়তো মাছ খাবলৈ পোৱা নাই। আমি মানুহ, দুই এটা মাৰি খাবও পাৰোঁ, সিনো কলৈ মাৰিবলৈ যাব। এসময়ত দেখিছিলোঁ, মেকুৰীয়ে মাছৰ কাঁইট-মূৰ খাই শেষ কৰিব নোৱাৰে। আজিকালিতো মাছৰ এডাল কাঁইটো নেপেলায় মানুহে। খাওক দিয়া, বেচেৰাই এসাজ খাই ললে। প্ৰভুৰ কাৰণেহে এৰা হৈছিল সেইকেইডোখৰ মাছ। পিছে প্ৰভুৱেও গা ভাল পোৱা নাই।"

প্ৰভুৱে আকৌ সুৰ টানিলে—'শস্যও টুটিব.. . ।'

অৱশেষত তৰাই ক'লে, "ৰাতিয়েই গোটেই মাছখিনি খাই থোৱা হ'লে ভাল আছিল।" মায়ে ক'লে, "মৰা মেকুৰীয়ে খাব বুলি কেনেকৈ জানিবি।"

এসময়ত হুলস্থুলটো কমি আহিল। পুবৰ সুৰুযটো উঠি আহিল। খিৰিকীৰে ৰ'দ এচেৰেঙা আহি মোৰ চকু-মুকত পৰাত বিছনাৰপৰা উঠিলোঁ। ৰাতিটো আজি বৰ চুটিচুটি লাগিল। দাঁত ঘঁহি ঘঁহি মাছ, তৰা, প্ৰভু আৰু মেকুৰী এই চাৰিটা বিন্দু লগ লগাই যদি এটা চতুৰ্ভুজ কৰা হয় তেন্তে চতুৰ্ভুজটোৰ মাজৰ কোনটো শব্দ বহুৱালে ভাল হ'ব, 'অনাটন' নে 'লোভ'— এই কথাকে ভাবিবলৈ ধৰিলোঁ। কাৰণ মই জ্যামিটিৰ মাষ্টৰ।

— o —

# পেটৰ কামোৰ

ডাঙৰ বংশত বিয়া কৰাইছিলোঁ । বংশটো ডাঙৰ বুলি শ্ৰীমতীযেহে , সদায় কৈ থাকে, মই তেনেকৈ ডাঙৰ একো দেখা নাই । কিযনো দেউতাক উকীল আছিল, সিপুৰী পাইছে । ককায়েক-ভায়েক কোনো নাই । ভনীয়েক দুজনী আৰু মাকজনীৰে বৰ্তমান মোৰ শহুৰৰ ঘৰখন । গতিকে শ্ৰীমতীৰ ঘৰখনক ডাঙৰ বংশ বুলি ক'বৰ মোৰ মন নাযায় । কিন্তু তেওঁ সদায় কয় মোৰ  মামা অমুক হাকিম, মোৰ বৰ দেউতাৰ ল'ৰা তমুক ডাক্তৰ, মোৰ মাহীৰ ল'ৰা অমুক ইঞ্জিনিযাৰ, ইত্যাদি । দেখা নাই যদিও মানি লওঁ ।

বিয়া কৰাই তেওঁক গাঁৱত ৰাখিছিলোঁ । নানা অসুবিধা দেখুৱাই মোলৈ চিঠি লিখাত তেওঁকো চহৰলৈ আনিলোঁ । চহৰত আহি এমাহমান থকাৰ পাচতে ই তেওঁৰ নানা ৰকমৰ আপত্তি । প্ৰথমে জুপুৰিটোৰ কথাকে ক'লে--বেলেগ ঘৰ এটা ভাৰালৈ লব নোৱাৰিনে ? মই পাৰি বুলি কৈ পইচা নাই বুলি দেখুৱালোঁ । তাৰ পাচত এদিন মিতিৰ কুটুমৰ লগত যাতাযাতৰ কথা উলিযালে । শান্তিপুৰত তেওঁৰ হেনো ককায়েক এজন থাকে । ভুবন দাস নাম । ডাক্তৰ । আগতে বাগানত আছিল । আজিকালি ইয়াতে প্ৰেকটিচ কৰে । ইযাত তেওঁলোকৰ নিজা ঘৰ আছে । সেয়ে তেওঁলোকৰ পেহীয়েকৰ ফালৰ ককায়েক । পেহীয়েক মৰাৰ আজি ভালেমান বছৰ হ'ল । পেহাক জীৱন দাস আগতে পেস্কাৰ আছিল । এতিয়া ৰিটাযাৰ্ড হৈ ইযাতে থাকে । মুঠতে পেহাকৰ ঘৰখনৰ -ভাল ভাল কথাখিনি মোৰ আগত বখানিলে আৰু এদিন তেওঁলোকৰ ঘৰলৈ যোৱাৰ প্ৰস্তাৱটো আগবঢ়ালে ।

এজাত তিৰোতা আছে -- মাকৰ বংশটোৰ কথা কৈ কৈ ভাগৰ নালাগে -- দেউতাকৰ ইমান-সিমান সম্পত্তি আছে, মাকৰ ঘৰত থাকোঁতে এনেকৈ-তেনেকৈ খাইছিল । সেই  জাতৰ ভিতৰত মোৰ ঘৈণীজনীও পৰে । তেওঁক বিয়া কৰোৱাৰ দিন ধৰি কেৱল নিজৰ বংশটোৰ কথা কৈয়েই মোৰ কাণৰ পোক সৰুৱালে । অমুক দাদাকে তেওঁক ইমান মৰম কৰিছিল, তমুক দাদাকে তেওঁক সিমান মৰম কৰিছিল, এনেকৈ তেনেকৈ ফুৰাইছিল, ইমান-সিমান বস্তু কিনি দিছিল ইত্যাদি বেচি ভাগেই তেওঁৰ এইবোৰ কথা । অথচ বিচাৰ কৰি চালে দেখা যায়-- এই দাদাকবোৰৰ বেচি ভাগেই তেওঁৰ ঘাঁহতলিত প্ৰসৱ কৰা ধৰণৰ সম্পৰ্ক । মই কাণত আঙুলি দি মনে মনে থাকিবলৈ বাধ্য হওঁ । আজিও ডাক্তৰ ককায়েকৰ কথা উলিৱাওঁতে মই মনে মনেই থাকিলোঁ ।

কিন্তু মনে মনে থাকিব নোৱাৰিলোঁ । এদিন সময় সুবিধা সুযোগ বুজি তেওঁ ক'লে, "আজি আবেলিকৈ তেওঁ লোকৰ ঘৰলৈ ফুৰিবলৈ যাম । আজি অতদিন থাকিলোঁ ইয়াতে । কোনো দিন ফুৰবলৈ যোৱা নাই।" আচলতে এইতো মিছা অভিযোগ । ফুৰা-চকা কাম মই ভালেদিন কৰিছোঁ । মোৰ লগৰ সহকৰ্মীৰ ঘৰলৈ দুদিনো তেওঁক নিছোঁ । তেওঁলোকৰ ঘৰৰ পৰা অহাৰ পাচত তেওঁ কেনে মন্তব্য দিছে — আপোনালোকৰ আগত নকওঁ, দুখ আৰু লাজ লাগে । তথাপি পাচত কম । আগেয়ে ডাক্তৰ ককায়েকৰ কাহিনীটোকে ব্যক্ত কৰোঁ ।

মই হাইস্কুলৰ মাষ্টৰ । হায়াৰ ক্লাছত চায়েন্স পঢ়ুৱাও । বি এচ চি পাছ কৰি শিক্ষকতা কৰিছোঁ । আচলতে ডাক্তৰ, ইঞ্জিনিয়াৰ হ'বলৈহে চায়েন্স পঢ়িছিলোঁ । কিন্তু সেই আশা কোনো মতেই পূৰণ নহ'ল । দেউতাৰ অৱস্থা বৰ ভাল আছিল । ধান বেচি ছকুৰি টকা পেৰাত থব পাৰিলেই গাঁৱত বুকু ফিন্দাই ফুৰে । ভাবে বহুত টকাৰ মানুহ । কিন্তু ডাক্তৰী পঢ়িলে মাহে দুশ টকা দিব লাগিব বুলি কওঁতে ক'লে, "নালাগে যা সেইবোৰ পঢ়িবলৈ । চন্দ্ৰ মাষ্টৰৰ মান পঢ়িব পাৰিলেই হ'ল ।" চন্দ্ৰ মাষ্টৰ বি এ পাছ । ময়ো বি. এচ চি পাছ কৰিলোঁ । পৰীক্ষাটো পাছ কৰাৰ পাচত ধুম-ধামকৈ উকীলৰ জীয়েকৰ লগত বিয়াৰ বন্দোবস্ত কৰিলে । ঘৰতে বুঢ়ী হৈ আছিল । ক'তো গটাব পৰা নাছিল । দেউতাৰ লগত আমাৰ গাঁৱৰ ধুপা কেৰেণীয়ে ফন্দি কৰি মোৰ লগত সাঙুৰি দিলে । সেইবোৰ ফন্দিৰ ফলাফল মানুহে শুনিলে লাজ লগা কথা । নকওঁ, থাকক । এতিয়া আচল কথালৈ আহোঁ ।

চহৰত থাকিলেও মই বহি খোৱা মাষ্টৰ নহয় । স্কুললৈ যোৱাৰ আগতে আৰু স্কুলৰ পৰা আহি অনবৰত কোৰখন হাতত্তে ৰাখোঁ । ভাৰাঘৰৰ পিচফালে অলপ পমান মাটি আছে । তাতে জিকা, উৰহী, লাও, কোমোৰা লগাইছোঁ; নিজে খায়ো ওচৰচুবুৰীয়াক অলপ দিব পৰা হৈছোঁ । যোৱা কালি দেউতা আহিছে । সৰুবৰি বিলৰ পৰা জাৰমানী মেটেকা টানি কাৱৈমাছ পাইছিল । মোৰ মৰমতে তাৰে দুকুৰিমান মাছ জীয়াই জীয়াই লৈ আহিছে । দেউতাৰ বোৱাৰীয়েকলৈও বৰ মৰম । নিজে চাই-মেলি অনা ছোৱালী । দোষ দেখিলেও একো নুলিয়ায় । কিন্তু মায়ে হ'লে শুদাই নেৰে । অসতৰ বিধান বুলি গালি পাৰোঁতে পাৰোঁতে সহ্য কৰিব নোৱাৰি চহৰলৈ লৰ মাৰিছে । মাছ কেইটা দি, আমাৰ খবৰ-বাতৰি লৈ দেউতা দুপৰীয়াৰ দুই বজাৰ ৰেলত গ'লগৈ ।

সিদিনা স্কুল নাছিল । দেউতা পিচ দিয়াৰ লগে লগে শ্ৰীমতী সাজি-কাচি ওলাল । মোকো খেচ্ খেচালে—"হেৰি, কি কৰিছে ? ওলাওক । পলম হৈ যাব ।" ওলালোঁ । 'তিৰীৰ দণ্ডিত পঁইতা খায়, বজাৰ দণ্ডিত কটা যায়' বুলি কথা এটা আছে । মোৰো যেনিবা ঠিক তেনেই হৈছে । আচলতে মোৰ তিৰোতা সম্পৰ্কে অভিজ্ঞতা একেবাৰে কম । তথাপি বন্ধু-বান্ধৱ দুজনৰ পৰা অলপ-চলপ শিকি লৈ কামত খটুৱাইছোঁ

। মোৰ সহকৰ্মী ডেকা বন্ধু এজন প্ৰেমত পৰিছিল । প্ৰেমিকাই যি কয় তাকে তেওঁ শুনে । প্ৰেমিকাৰ গুণ বখানি মোৰ আগত তৎ নাপায় । মই সেইবোৰ মনোযোগেৰেই শুনো আৰু চমক খাই যাওঁ ।এদিন দুখ মনেৰে বন্ধুৱে আহি ক'লে, "ভাই, নাৰী জাতিৰ অপাৰ মহিমা । ইহঁতক বিশ্বাস কৰা মানে সাপক প্ৰশ্ৰয় দিয়া । তাইৰ বদনৰ লগত বিয়া হৈ গ'ল।" বন্ধুক সহানুভূতি দেখুৱাই সান্ত্বনা দিলোঁ । এইবোৰ দেখি শুনি মোৰ বিয়া কৰাবৰে ইচ্ছা নাছিল । কিন্তু মা-দেউতাক দুখ দিয়া হয় বুলি উকীলৰ জীয়েকক বিয়া কৰালোঁ । যাহ'ক যাবলৈ সাজি-কাচি ওলালোঁ ।

শ্ৰীমতীয়ে এটা কাম কৰিলে । দেউতাই অনা কাৰৈ মাছৰ একুৰিমান আৰু মোৰ খেতিৰ বস্তু ৰঙা লাউ, কোমোৰা, জিকা আদি কিছুমান বস্তা এখনত ভৰালে । মোক ক'লে, "এইখিনি লৈ যাওঁ বলক । টাউনৰ মানুহে এইবোৰ কিনিহে খায। আমি নিলে ভাল পাব। " একো নক'লোঁ । মনতে ভাবিলোঁ, তুমিতো মোৰ এই খেতিখনৰ মাজত এটা পুলিও খোচৰা মৰা নাছিলা । ৰিক চা এখন মাতি আমি যাত্ৰা কৰিলোঁ ।

যথা-সময়ত ৰি'খন এঘৰ মানুহৰ সন্মুখত ৰ'ল শ্ৰীমতীৰ নিৰ্দেশক্ৰমে । ঘৰ-দুৱাৰ দেখিযেই কিছু মাতব্বৰী লোক বুলি বুজি পালোঁ । সন্মুখৰ গেটত দুচটা টিঙৰ এচটাত লিখা আছে ডাঃ ভুবন দাস। এম বি বি এচ নে এফ আৰ চি এচ একো লিখা নাই । আন চটাত লিখা আছে—কুকুৰৰ পৰা সাৱধান । হয, আমি ৰিকচাৰপৰা নমাৰ লগে লগে কুকুৰ এটা ভুককৈ উঠিল। পৰ্টি ক'ত কুকুৰ এটা বন্ধা আছে । অসমীয়া ঢেকুৰা কুকুৰ । অলপ চাফ-চিকুণকৈ ৰাখিছে । ৰি'ৱালাক ভৰকাৰীৰ বস্তাটো লবলৈ ক'লোঁ । সিও কুকুৰটোৰ দৰে খেঙখেঙাই উঠাত তাক যাবলৈ দিলোঁ । নিজেই বস্তুটো কোনো ৰকমে কক্ মক্ কৰি ভদ্ৰলোকী ষ্টাইলত হাতত তুলি ললোঁ । বাহু ফিট খাই হাতৰ ক'লা সিৰবোৰ ওলাই পৰিল। কপালৰ পৰা ঘামো সৰি পৰিল দুই এটোপাল । শ্ৰীমতী মোৰ আগে আগে যাত্ৰা-পাৰ্টিৰ ৰাণী যোৱা দি পিচফালৰ দুৱাৰেৰে সোমাই গ'ল । দুৱাৰ মুখত ক্ষন্তেক ৰৈ হাতখনক সকাহ দিলোঁ। তেওঁ চকুৰ ঠাৰ এটা দিলে। মই গৈ বাৰাণ্ডাত বস্তাটো থলোঁ ।

এটা কোঠালীৰ পৰা এজন প্ৰায় পৰ্যত্ৰিশ- ছয়ত্ৰিশ বছৰমান বয়সীয়া মানুহ ওলাই আহিল । শৰীৰৰ বৰণ ক'লা । চাৰিফুটমান ওখ, পঠালিকৈ বঢা । চকুত সোণালী ফ্ৰেমৰ এযোৰ চচ্ মা । গোঁফ নাই । মুখখন চিকুণকৈ খুৰোৱা । চুলিবোৰৰ মাজত দুই এডাল বগা চুলি ভালকৈ লক্ষ্য কৰিলেহে চকুত পৰে । পিন্ধনত ধুতিৰ লুঙি আৰু বনিয়ন এটা । তেওঁ মুখখন অসম্ভৱ গম্ভীৰ কৰি শ্ৰীমতীৰ পিনে চাই ক'লে, " এ আহিলা। আজি বহুদিন তোমাক দেখাই নাই। এওঁ কোন?" মোৰ পিনে দৃষ্টি নিক্ষেপ কৰিলে। শ্ৰীমতীয়ে কিবা এটা ইঙ্গিতেৰে বুজালে যে মই তেওঁৰ স্বামী। আমাক বহিবলৈ

কৈ ডাক্তৰ ভিতৰলৈ গ'ল।

উকীলৰ ঘৰৰ ছোৱালী বিয়া কৰাইছিলোঁ। ভাবিছিলোঁ অন্ততঃ ভদ্ৰতাখিনি জানিব। নাজানিলে। প্ৰথম দৰ্শনতে মানুহ এজনৰ লগত কেনেকৈ চিনাকি কৰি দিব লাগে তাকো শিকা নাই।

ডাক্তৰে গাত হাৱাই চাৰ্ট এটা সুমুৱাই লৈ আহি আমাৰ লগত বহিল। শ্ৰীমতীয়ে বস্তাৰপৰা "বাঁহপাত" খিনি উলিয়াই পৰম উচ্ছ্বাসত ক'লে, "এইবোৰ আমাৰ খেতিৰ বস্তু। এখেতে নিজে কৰিছে।" ডা"ৰে ক'লে, "এইবোৰ কেলেই আনিলা ? কোমোৰা-চোমোৰা মই খাবলৈ ভাল নাপাওঁ। দেউতাইঁতেও এইবোৰ নাখায়। কাৱৈ মাছ ক'ত পালা ? কিনি আনিছা নেকি ? কাৱৈ মাছৰ বৰ কাঁইট, খাবলৈ ভাল নহয়।" শ্ৰীমতীয়ে কাৱৈ মাছৰ কাহিনীটো ক'লে। ডাক্তৰে বাপুকণ নামৰ চাকৰটোক মাতি বস্তুখিনি ভিতৰলৈ নিবলৈ ক'লে।

এনেতে বুঢ়া এজন ওলাই আহি আমাৰ ওচৰত বহিল। বুঢ়াক দেখিয়েই মই চিনি পালোঁ। এইজন বুঢ়াই আঠগাঁৱৰ বজাৰত পুৱা-গধূলি প্ৰায় বজাৰ কৰে। লগত থাকে এই চাকৰ ল'ৰাটোও। মই জানো এই বুঢ়াই বজাৰত প্ৰায়ে কচু, ঢেঁকীয়া, কলফুল, জালিকোমোৰা, এক অনাৰ কটা ৰঙালাউ কিনে। মাছ এফালৰ পৰা দাম দৰাই দৰাই আঠ অনা মান দি মৰা কাৱৈ বেগত ভৰায়। পোহাৰীবিলাকৰ লগত এই বুঢ়াৰ সদায় তৰ্ক লাগে। ঘৃণাত মোৰ নাক কোঁচা খাই গ'ল। বুঢ়াই কিন্তু মোৰ বস্তুখিনিক বৰ অনাদৰ নেদেখুৱালে। তেওঁ ডাঙৰ মানুহৰ কৃত্ৰিম গাম্ভীৰ্য্য বজাই ৰাখি বস্তুখিনি ভিতৰলৈ নিবলৈ নিৰ্দেশ দিলে।

বুঢ়াই আমাৰ পৰিচয় ললে। ডাক্তৰ বাবু আৰু শ্ৰীমতীয়ে আমাৰ পৰিচয়টো এনেকৈ বুজাই দিলে যে তেওঁ শ্ৰীমতীৰ পেহাক হয়। বুঢ়াই বহুত সময় চকু দুটা মুদি ধ্যানত বহাৰ দৰে কৰিলে। তাৰ পাছত এক প্ৰকাৰ চিএৰাৰ দৰেই ক'লে, "অ তই অমুক উকীলৰ ছোৱালী নেকি? এ তোৰ কেতিয়া বিয়া হ'ল ক'বই নোৱাৰিলোঁ। বিয়াৰ আগতে তই আমাৰ ইয়ালৈ আহিছিলি নহয় ? "

কথা প্ৰসঙ্গত বুজি পালোঁ—এওঁলোক শ্ৰীমতীৰ তেনেকৈ ওচৰ সম্বন্ধৰ পেহাক নহয় । ডাক্তৰ তেওঁৰ কোনোবা পেহাকৰ পুতেকৰ সখিসূত্ৰে পোৱা ককায়েক । মই বৰ অস্বস্তি বোধ কৰিলোঁ । বুঢ়া উঠি গ'ল ভিতৰলৈ । মোক তাতে অকলে এৰি ডাক্তৰ বাবু আৰু মোৰ সহধৰ্মিণীও গৈ কিবা কথা পাতিলে । মোৰ এনে লাগিল যেন ষ্ট্ৰাইক কৰি ল'ৰাবোৰ শ্ৰেণীৰ পৰা গুচি গ'ল । মই এলজেব্ৰাৰ টান অঙ্ক এটা লৈ মূৰ ঘমাই বহি থাকিলোঁ । অলপ পাচতে যেন হেড্ মাষ্টৰে আহি ক'ব—তুমিও গুচি যোৱা, অঙ্ক নাজানিলে কেলেই মাষ্টৰ হবলৈ আহা ? সিংহৰ দৰে শক্তিমন্ত অঙ্গ-ভঙ্গীৰে সেই কোছা মৰাপাটৰ দৰে বগা গোঁফৰ ফাঁকেৰে কোৱা কথাখিনিয়ে যেন মোৰ বুকুত শেলে

হনাদি হানিব । মই ঘামি উঠিলোঁ। তীব্র অপমান বোধত মোৰ সমস্ত পুৰুষ-সত্তা কঁপি উঠিল—কঁপি উঠিল মোৰ হৃদয়-তন্ত্রী । থিৰাং কৰিলোঁ আজি ইয়াৰপৰা গৈ উকীলৰ বেটীক এপালি খুৱাম ।

অলপ পাচতে মোৰ ওচৰলৈ এক লয়লাস গতিত আগবাঢ়ি আহিল এক নাৰী । দেখিলে অনুমান হয়—উদাত্ত যৌৱনে তেওঁৰ পৰা মেলানি মাগিবলৈ ইচ্ছা কৰিছে । কিন্তু অসাধাৰণ যত্নেৰে যৌৱনক এই নাৰীয়ে বান্ধি ৰাখিছে । শিৰত তেওঁৰ সেন্দূৰ নাই । বোৱাৰী সুলভ কমনীয়তাও তেওঁৰ নাই । ষোড়শী যুৱতীৰ চট্‌ফট্ গতিত নাই । তথাপি ভালকৈ বুজা যায় —এই নাৰী অবিবাহিতা । তেওঁক দেখি মই সম্ভ্রমসূচক গতিচালনাৰে সষ্টম হ'লোঁ । এখন টিনৰ চেয়াৰ পৰা আছিল মোৰ অলপ দূৰত । সেইখন চোঁচৰাই আনি মোৰ ওচৰত বহিল । পৰস্পৰে পৰিচয় বিনিময় কৰিলোঁ । তেওঁৰ নাম চপলা দাস । ডাক্তৰৰ ভনীয়েক ।

সাধাৰণ কথা বতৰাৰ পাচত দেখিলোঁ—চপলা খুব গম্ভীৰ হ'ল । মোক ক'লে, "আপুনি শিক্ষক, মোৰেলি ইউ আৰ চুপিৰিয়'ৰ টু আচ।" মই থিতাতে নিতাল মাৰি ভাবিলোঁ তেনেহলে মোৰ শ্রীমতীক কোনো মোৰেলি উইক কিছুমানৰ লগত এৰি দিছোঁ নেকি ? চপলাৰ চকুলৈ চালোঁ, তেওঁৰ চকু দুটাত এক তীব্র জীৱন- বোধৰ অগ্নিশিখা । কাৰোবাক যেন পুৰি মাৰিব । মই একো মাতিব নোৱাৰিলোঁ ।

মোৰ 'ওৱাইফ' ওলাই আহিল । কৃত্রিম হাঁহি এটা মাৰি ক'লে, "অ' বাইদেউ ইয়াতে বহিছে। এখেতৰ লগত কথা পাতক । মই দাদাৰ লগত কথা পাতিছোঁ দেই । "আকৌ ভিতৰলৈ গ'ল । তেওঁ যোৱাটোকেই আমিও ইচ্ছা কৰিছিলোঁ ।

চপলাই ক'লে, "আমাৰ ডাক্তৰৰ কথা শুনক, সি নিজেও বিয়া নকৰায়, মোকো বিয়া নিদিয়ে । এক' ৰ্ডিং টু হিম, অ'নেষ্ট মেন মেৰী চুন, ওৱাইজ মেন নেভাৰ। সি এটা পাগল । "

চপলাই মোৰ ওচৰত অলপ কথাৰে বহুত কিবা উজাৰি দিলে। মই বিজ্ঞানৰ শিক্ষক । চাইক'লজী নাজানো যদিও আজি ইয়াৰপৰা মোৰ দৌৰি পলাবলৈ ইচ্ছা গ'ল । চাকৰ ল'ৰাটোৱে চাহ আনি দিলে । ডাক্তৰ মোৰ পৰিবাৰ, চপলা আৰু মই চাৰিওটাই একেলগে চাহ খালোঁ । ডাক্তৰক দেখিলে বুজা যায়— অন্তৰত কিবা এটা গম্ভীৰ চিন্তা তেওঁৰ । মোৰ জনীৰো মুখখন হঠাতে গম্ভীৰ হোৱা দেখা গ'ল ।

ইতিমধ্যে আন্ধাৰ নামিছিল পৃথিবীত । চপলাই লাইটবোৰ জ্বলাই দিলে । ডাক্তৰ আৰু শ্রীমতী আকৌ ভিতৰত গৈ বহিল । (ভিতৰ মানে ইয়াত ডাক্তৰৰ শোৱালি কোঠাৰ কথাক বুজোৱা হৈছে ) চপলাই ইফালে সিফালে চাই ক'লে, "আপোনাক এটা অনুৰোধ কৰিম, ৰক্ষা কৰিবনে ? " মই কৰাৰ প্রতিশ্রুতি দিলোঁ । তেওঁ ক'লে, "আজি আপোনালোক আমাৰ ঘৰত আলহী থাকক । আপুন শিক্ষক মানুহ । আত্মমৰ্য্যাদা

সম্মানবোধ আছে । কোমল হৃদয়ৰ ল'ৰা-ছোৱালীৰ লগতে যাৰ খেলা —সহানুভূতি আৰু দয়া-মৰমো আছে অন্তৰত অস্বাভাৱিকৰূপে । আজি বহুত দিনৰ মূৰত যেন মোৰ ওচৰলৈ এজন দেৱতা আহিছে, মোক অকণমান মুক্ত বতাহ দিব । কওক, আপুনি পাৰিব ?"

এনে এটা পৰিস্থিতিত মই সামান্য স্বাৰ্থত্যাগ কৰিব নোৱাৰাৰ কোনো প্ৰশ্ন নাই । কিন্তু আজি ৰাতি মই এইখন ঘৰত আলহী থাকিবলৈ অকণো ইচ্ছা কৰা নাই । ঠিক কৰিলোঁ মোৰ পত্নীকে আজি ইয়াত এৰি যাম । চপলাক জনালোঁ ।

দহবছৰ ফাটেকত থকাৰ হুকুম হোৱাৰ তিনিদিন পাচত হঠাতে জেইলৰে আহি কয়দীজনক জনালে যে তেওঁ আজিয়েই খালাচ । তেনে অৱস্থাত কয়দীজনৰ মন আনন্দ উৎসাহত যেনেকৈ ভৰি পৰিব—ঠিক তেনে পৰিমিত আনন্দেৰে ভৰি পৰিল, চপলাৰ মন। মোৰ হাতত থাপ মাৰি ধৰি তেওঁ ক'লে, "আপুনি মহান।" আৰু একমুহূৰ্তৰ ভিতৰত দৌৰি তেওঁ ভিতৰ সোমাই গ'ল ।

ইয়াৰ পাচত পত্নী আহিল মোৰ ওচৰলৈ । অকণমানি ছোৱালী এজনীৰ দৰে আদৰুৱা মাতেৰে তেওঁ ক'লে, "ডাক্তৰ দাদাই কৈছে, আজি বোলে আমি ইয়াতে থাকিব লাগে । কিন্তু ঘৰখন এৰি দুয়োটাই কেনেকৈ থকা যায় ? " অভিনয় কৰি মনটোক ঢাকি ৰাখিব খুজিছিল তেওঁ। নোৱাৰিলে। বৰ বেচি কথা নকটাই মঁয়ো বেদনা, অপমানক ঢাকি ৰাখি ক'লোঁ, "মই যাওঁগৈ, ঘৰখন এৰি দুয়োজন থকা ঠিক নহব । তুমিয়েই থাকা বাৰু । "

ইয়াৰ পাচৰ আনন্দখিনি শ্ৰীমতীৰ কেনে হব পাৰে—তুলনাই নাই । তেওঁ মোক অলপ আগবঢাই থলে গেটৰ মুখলৈ। ক'লে, "দিনৰে ৰন্ধা ভাত, তৰকাৰী, ভজা মাছ আছে । আপুনি এতিয়া আৰু কষ্ট কৰি ৰান্ধিব নালাগে । তাকেই খাব। মই ৰাতিপুৱাই যাম । "

ঘৰলৈ ঘূৰি আহিলোঁ। ৰাতি একোকে নাখালোঁ । গোটেই ৰাতি নিদ্ৰা বিহীন ভাবে কটাই দিলোঁ । চপলাৰ কথাখিনি বাৰে বাৰে মনত পৰিল—অ'নেষ্ট যেন মেৰী চুন, ওৱাইজ যেন নেভাৰ । দেউতালৈও মনত পৰিল আৰু মনত পৰিল অসভ্য, বদমাছ, দগাবাজ ৰূপা কেৰাণীলৈ ।

— ০ —

# চহৰৰ জোঁৱাই

মিনতি, তৰা, অমলা, লাৱণ্যহঁতে এবাৰ ৰাতিপুৱাই খবৰ কৰি গ'লহি—উৰ্মিলা কেতিয়ামানে আহি পোৱাৰ কথা। মাকে, নিজে গাড়ী লৈ অহাৰ কথা যেতিয়া কোন সময়ত ওলাযহি ঠিক নাই বুলি ক'লে। তথাপি দিনে-পোহৰে আহি পাব লাগে। দুই এখন তামোল-ছালি খাই সিহঁত গ'লগৈ। উৰ্মিলাৰ মাকে সিহঁতক জী-জোঁৱাই আহি পালে আকৌ এবাৰ আহিবলৈ ক'লে।

মাক দময়ন্তীৰ গাত আজি তৎ নাই। নতুন জোঁৱাই আহিব টাউনৰপৰা। লগত আহিব জীয়েক। ধনী মানুহৰ ঘৰৰ ল'ৰা, তাতে চহৰত থাকে—ক'ৰবাত খোৱা-লোৱাত কিবা অসুবিধা পালে বৰ বেযা কথা হ'ব। উৰ্মিলাই ঘৰখনৰ একমাত্ৰ ছোৱালী। ল'ৰা এজন আছে, সি থাকিও নথকাৰ দৰে। তাৰ বযস চৈধ্য-পোন্ধৰ বছৰমান হৈছে, কিন্তু কোনো কামৰে সি লাযক নহয়। গতিকে বাপেক ডম্বৰুধৰেও আজি নিজেই কামত লাগিছে। জীযেকৰপৰা চিঠিখন পোৱাৰ দিনাই কুৱাপানী হাটৰপৰা দুটকাৰ কাৱৈ আৰু মাগুৰ মাছ আনি জীয়াই ৰাখিছে। গাইজনী ঘৰৰে আছে। আজি চাৰিদিনমানৰপৰা নিজে নাখাই এটা মাটিৰ বাচনত দৈ অলপ জমাই থৈছে। দময়ন্তীযে ঘৰ-কাঠি মচি তপতিয়াৰকৈ ৰাখিছে। আঞ্জা-পাচলি য'ত যি পাইছে বিচাৰি আনি যতনাই ৰাখিছে। নিজহাতে জী জোঁৱাইক এমুঠি ৰান্ধি খুৱাই আত্মহাৰা হ'ব। মিনতিহঁত যোৱাৰ পাচত আৰু এজাক বুঢ়ী আহিল খবৰ লবলৈ। সিহঁত আটাই কেইজনীযে দময়ন্তীক সুধিলেহি জীয়েক অহাৰ কথা। সিহঁতৰ মাজৰে দুজনীমান উৰ্মিলাৰ সমন্ধত আইতাক হয়—গতিকে সিহঁত কেইজনীয়ে নাতি-জোঁৱাইক জোকাই লব আৰু টাউনৰ পৰা অহা মানুহ, সিহঁতক পুৰস্কাৰ দি যাব লাগিব। ইত্যাদি মনোভাবেৰে খবৰ লবলৈ আহিছে। কিন্তু এতিযালৈ উৰ্মিলা আহি পোৱা নাই। তামোল-ছালি খাই সিহঁতো গ'ল।

ইয়াৰ পাচত আৰু এজন মতা মানুহ আহিল—তেওঁলোক ডম্বৰুৰ পিনৰ। তেওঁলোকেও হোকা-বিড়ি হুপি উৰ্মিলাহঁতৰ খবৰ কৰিলে। বিযাৰ দিনাখন দ'ৰ হিচাবে জোঁৱাইক দেখিলেও ভালদৰে চিনা-পৰিচয় হেৱাই নাই। গতিকে আজি সকলোৰে ইচ্ছা ডম্বৰুৰ জোঁৱাইৰ লগৰ অলপ চিনা-পৰিচয় হোৱাৰ। টাউনৰ মানুহ-তাতে বৰ ধনী ঘৰৰ বোলে।

টলৌ-টলৌকৈ ঘূৰি পানেচৰাও (প্ৰাণেশ্বৰ) তাৰ বয়সৰ এদল ল'ৰা লৈ আহি ঘৰ ভৰি গ'ল। পানেচৰাই সিহঁতক জনাই দিছে যে আজি তাৰ ভিনীহিয়েক 'মটৰ' লৈ আহিব। যাব যাব মটৰত উঠিবলৈ ইচ্ছা সিহঁতে তাক খাতিৰ কৰিব লাগিব। আটাইকেইটাই

হেঁচা মাৰি ধৰি তাক খাতিৰ কৰিলে--"এ ভাই, মোক তুলাবি দে, এ ভাই মোক তুলাবি দে।" পানেচৰাই সকলোকে মটৰত উঠাব বুলি বৰ্তমানে গাত লোৱা নাই । কিন্তু কেইজনমানৰ গাত ধৰি ধৰি সি দেখুৱাই দিলে যে সিহঁত কেইজনকহে সি মটৰত উঠিবলৈ দিব । বাকী কেইজনে খং আৰু অভিমানত এইদৰে কৈ গুচি গ'ল-- "ইঃ খৰাৰ আজি বাহাদুৰি চা, তাৰ ভিহ্ নাকৰ মটাৰ খানহে আছে ।নুঠু যা তোৰ মটাৰত । আমি মটাৰ আইহ্ লি চাপৰা দৈলাম দে ।" প্ৰাণেশ্বৰক গাঁৱত খৰা বুলি মাতে, তাৰ ভৰি এখন অলপ লেঙেৰা। মটৰত উঠিবলৈ দিয়া কেইজনে আৰু পানেচৰাই সিহঁতক গৰ্জি উঠিল । সিহঁত জাকে গালি পাৰি দৌৰিলে ।

অকণমান সময় আজৰি পাই ডম্বৰুৱে দময়ন্তীক ক'লে, "চোৱাচোন, টাউনত আপীটু দিছু বুলি আৰু ধনী মানুহ বুলিহে আজি আমি গাঁৱত এইদৰে আদাৰ পাইছু ।"

দময়ন্তীয়ে ক'লে, "সেনাকে অহঙ্কাৰ নকৰ্ বাচুন । ভগৱানে দিছি বুলিহে পাইছু । কেমানৰ আপী বিয়া দিবা পাৰা নাই, ঘৰতে ধুম্ৰা (বয়স) হৈ হৈ আছে ।"

ডম্বৰুধৰে অহঙ্কাৰত যে কথাটো কোৱা নাই, মনৰ আনন্দতহে কৈছে--তাকে বুজাই দিলে । দময়ন্তীয়ে সন্তোষ লভিলে ।

পানেচৰাৰ লগৰ ল'ৰামখাই এবাৰ কিৰিলি পাৰি দৌৰি গ'ল--"এ মটৰ আইছি এ মটাৰ আইছি, ।" ডম্বৰু আৰু দময়ন্তীও সন্ত্ৰস্ত হ'ল--নিমিষতে এবাৰ ঘৰটোৰ পিনে চকু ফুৰালে--সকলোবোৰ ঠিক আছে । অলপ পাচতে ল'ৰামখাই আকৌ দৌৰি আহি জনালে যে সেয়া চৰকাৰী আলিৰে যোৱা "মাৰোৱাৰীৰ লোৰী মটাৰহে ।" তেতিয়া বেলি হালিছে । গতিকে আহি পাবৰ যে হৈছে ডম্বৰু আৰু দময়ন্তীয়ে তাকে কোৱা কুই কৰিলে ।

ল'ৰামখাই মটৰ বুলি কিৰিলি পাৰি দৌৰাৰ সময়ত চুবুৰিটোৰ প্ৰায়বোৰ জীয়াৰী-বোৱাৰী পদূলিলৈ ওলাই আহিল । তেওঁলোকৰ ধাৰণা যেন পৃথিৱীৰ এটা আচৰিত বস্তুহে তেওঁলোকৰ গাঁৱলৈ আহিব । ক্লুবোবাৰ ঘৰৰ জীয়াৰী শাহুৰেকৰ ঘৰলৈ গ'লে, কাৰেবাৰ ন-বোৱাৰী ঘৰলৈ আহিলে, কাৰোবাৰ ধুন-পেছ মৰা আলহী আহিলে, এই গাঁৱৰ জীয়াৰী-বোৱাৰীহঁত পদূলিলৈ ওলাই অহা এটা অভ্যাসত পৰিণত হৈছে । তাতে আজি গাঁৱৰ উৰ্মিলা আহিব টাউনৰ পৰা ।

গাঁওখনত আবেলি নামিল । পুবে মুকলি ধাননি পথাৰ । শালি-ধানৰ গছবোৰ সেউজীয়া হৈ পৰিছে । তাতে আবেলিৰ সূৰুযৰ ৰ'দ পৰি জিলমিলীয়া হৈ উঠিছে । বাঁহৰ সেউজীয়া পাতত ৰ'দৰ তিৰবিৰ ৰং দেখিলে ধুনীয়া লাগে । গাঁৱৰ ভিতৰৰ গোটেইটো আলিবাটত দূবৰি গজিছে । আজি কেইবাদিনো বৰষুণ নোহোৱা কাৰণে বাট-পথ শুকাই আছে । মধুৰ আবেলি নামিছে গাঁৱত । ঠিক এনে সময়তে উৰ্মিলাহঁতৰ গাড়ীখন ৰ'ল বকুলৰ তলত । বকুলৰ তলৰ আলিডোখৰ বানপানীয়ে ভাঙি থৈ

গৈছে । তাতে তামোল গছৰ দলং এখন দিয়া হৈছে—মানুহ যাব পাৰে ; গাড়ী, মটৰ যাব নোৱাৰে । গতিকে তাতে টেক্সিখন আৰু ড্ৰাইভাৰক এৰি উৰ্মিলা আৰু তেওঁৰ স্বামী ৰমানন্দ খোজ কাঢ়ি আহিল ।

গাড়ীৰশব্দ শুনাৰ লগে লগে পানেচৰাৰ দলটো হেঁপাই-ফেঁপাই দৌৰি গৈ মটৰখন ঘেৰি ধৰিলে । প্ৰাণেশ্বৰে বাটত বায়েক, ভিনীহিয়েকৰ ফালে কেৰপাক দিও নাচালে । ইতিমধ্যে মটৰ ৰখা ঠাইৰ ওচৰ-পাজৰৰ সৰু সৰু ল'ৰা-ছোৱালী এপালে মটৰখন ঘেৰি ধৰিছিল । ড্ৰাইভাৰৰ ৰঙা চকুৰ বাবে কোনোৱে এবাৰো স্পৰ্শ কৰিব পৰা নাই । তাৰে মাজতে পেটু নামৰ ল'ৰা এজনে পিচফালে ধূলিৰে বগা হৈ থকা বনেটখনত আঙুলিৰে লিখি দিলে "মটাৰ"। গুটি নামৰ ল'ৰাজনে তৎক্ষণাত ক'লে যে পেটুৰ মটৰ বানান লিখোঁতে হোৱা নাই । গুটি খ মান শ্ৰেণীৰ ছাত্ৰ । সি "অজ্ঞাধৰৰ দোকানত কজ্জা আছে " আদে বাক্যৰ বানান কৈ দিব পৰা হৈছে । পেটু পঢে ক মান আৰু খ মান শ্ৰেণীৰ মাজত । পেটুৰ বানান ভুল হ'ব পাৰে । এইদৰে সিহঁতৰ মাজত কিছুসময় তৰ্ক-বিতৰ্ক লাগি থাকোঁতেই প্ৰাণেশ্বৰৰ দলটো গৈ সেইখিনি পালে । আগৰ দলটোক ওজৰাই দি মটৰখন সিঁহতে আগুৰি ধৰিলে ।

উৰ্মিলা আৰু ৰমানন্দ যেতিয়া গাঁৱৰ মাজেৰে খোজ-কাটি আহিল, তেতিয়া গাঁৱৰ প্ৰত্যেকঘৰ মানুহৰ পদূলিত জীয়াৰী-বোৱাৰীয়ে জুম বান্ধিলে । মিনতি, তৰা, অমলা, লাবণ্যহঁতে ওলাই আহি উৰ্মিলাক মাত এষাৰ লগাবলৈকো পৰম সঙ্কোচ বোধ কৰিলে । ন-পুৰণি বোৱাৰীহঁতেও উৰ্মিলাক দেখি আচৰিত হ'ল । একেবাৰে ভিতৰুৱা গাঁৱৰ যি জীয়াৰী এই গাঁৱলৈ নতুনকৈ বোৱাৰী হৈ সোমাইছে, তেওঁলোকেও উৰ্মিলাহঁতক পিচ-চোতালৰ কল-পটুৱাৰ বেৰৰ ফাকেৰে জুমি জুমি চালে । তেওঁলোকে ভাবিলে- -উৰ্মিলা । মানুহেইনে অপেশ্বৰীয়েই ধৰাই চান ।

ইতিমধ্যে উৰ্মিলাহঁত আহি পালে । ডম্বৰু আৰু দময়ন্তীৰ এনে উথপ্-থপ লাগিল যেন সৰগৰপৰা দুটি দেব-দেৱীহে তেওঁলোকৰ ঘৰলৈ নামি আহিছে । ঘৰখনত দুখনেই চেয়াৰ আছিল, তাকে দুয়ো দুখন লৈ চোতালত পাৰি দিলে । তেতিয়া চকা পাতত বহিছিল ভালদৰেই । তামোল আৰু নাৰিকল গছৰ ফাকেৰে অকণ অকণ হেঙুলি আভা আহি চোতাল-ঘৰ হেঙুলীয়া কৰি তুলিছিল । ক্ষন্তেকৰ বাবে মাক দময়ন্তী আৰু বাপেক ডম্বৰুধৰ চমক খাই গ'ল । বিয়াৰ পাচত প্ৰথমবাৰৰ বাবে এনে নতুন ৰূপত জীয়েকক দিখিলে তেওঁলোকে । বিয়াৰ দিনা দেখিছিল—পাটৰ গুণা কৰা ৰীহা-মেখেলা পিন্ধা এজনী দীপ-লিপ কইনা । কান্দি কান্দি ভাগৰি পৰা এখন নম্ৰ, তেজাল, শান্ত মুখ । কিন্তু আজি উৰ্মিলাক দেখিলে—সেইজনী উৰ্মিলা যেন এইজনী নহয় ।

লাহে লাহে গাঁৱৰ জীয়াৰী, বুঢ়ী, আদহী তিৰোতা, বুঢ়া দুই চাৰিজন আৰু ডেকা ল'ৰা দুই চাৰিজন আহি ডম্বৰুৰ চোতাল ভৰি পৰিল । ৰমানন্দ আৰু উৰ্মিলাক এনে

লাগিল যেন এখন ৰাজহুৱা স ভাত তেওঁলোকৰ সভাপতিৰ আসনত বহি আছে—আৰু চাৰিওফালে দৰ্শকবৃন্দৰ আগুৰি ধৰি তেওঁলোকৰ কথা শুনিছে ।

হয়, তেওঁলোক দুযোজনাই কেৱল লেক্‌চাৰেই আৰম্ভ কৰিছে— আজিকালি গাঁৱলৈ আহিবলৈ বৰ বেয়া লাগে—ইমান লেটাৰা আলি—পদূলিবোৰ । গাড়ী এখন আহিব নোৱাৰে গাঁৱৰ ভিতৰলৈ । ইয়াত মানুহ থাকিব নোৱাৰে—গাহৰিহে থাকে । ঘৰবোৰ ইমান সৰু সৰু—মুৰ্গীৰ খাচাৰ দৰে । ইত্যাদি বক্তৃতা দিলে ৰমানন্দই ।

বৈকুণ্ঠ, কন্দৰ্প, হৃতৰু, ধনীৰামহঁত আচ ৰিত হ'ল—ৰমানন্দৰ কথা শুনি । আতোকৈ আচৰিত হ'ল—তেওঁৰ পিন্ধা পোছাক—পাতি দেখি । ৰমানন্দই এনেকুৱা এটা চেপামাৰি ধৰা ঠেঙা পিন্ধিছে যে—ঠেঙাটো আৰু তেওঁৰ ভৰিৰ মাজত বেজি এটা সুমুৱাই দিব পৰাৰো ঠাই নাই । বৈকুণ্ঠয়ো ঠেঙা পিন্ধে। আজি ৰমান্দৰ ঠেঙাটোৰ লগত তাৰ ঠেঙাটোৰ তুলনা কৰি চালে—বৈকুণ্ঠৰ এনে লাগিল যেন তাৰটো ঠেঙা নহয়, এখন মেখেলাহে । আৰু ৰমানন্দই যেনে কামিজ পিন্ধি আহিছে—হৃতৰুহঁতে তেনে কামিজ যেই সেই মানুহে পিন্ধিব নোৱাৰে বুলি বেদ, উপনিষদত লিখি থোৱা কথা বুলি বিশ্বাস কৰে । সেই চ'লাৰ নাম চেইলাৰিং চ'লা । বৰিষাণত নিভিজে, ইচ্‌ টাৰী নাভাঙে । ৰদত শুখাবা নাল্‌গে । পাঁচমিনিটত শুখে যায় এই চ'লা” সিহঁতে কোৱা-কুই কৰিলে ।

কন্দৰ্পহঁত বেচি সময় তাত নাথাকিল । ৰমানন্দৰ কথাবোৰো ভালদৰে বুজি নাপাই—চহৰৰ মানুহৰ “ইংলেচ কথা”। তদুপৰি উৰ্মিলাৰ কাপোৰ-কানি পিন্ধাৰ ঢং দেখি সিহঁতে লাজ পালে।' কাৰণ, উৰ্মিলা সম্বন্ধত সিহঁতৰ কোনোবাৰ হয় ভনী, কোনোবাৰ ভতিজা, কোনোবাৰ পেহী । ৰমানন্দ আৰু উৰ্মিলাক বেৰি থাকিল বুঢ়ী জাকে আৰু মিনতিহঁতে। উৰ্মিলা ভিতৰলৈ উঠি গ'ল—লগে লগে গ'ল লাৱণ্য-মিনমিহঁতো ।

উৰ্মিলা গৈ মাকৰ ওচৰত বহিল । মাকক প্ৰশ্ন কৰিলে—“মা, তই এইবোৰ কি বনাইছ ? আমাৰ তেখেতে তেনে বস্তু নাখায়েই ।” মাক দময়ন্তীয়ে ঢেঁকেলীৰ মুখৰ ভাপত দিয়া পিঠা বনাইছিল । মাণিকী জহা চাউলৰ মলমলীয়া গন্ধ । তৰপে তৰপে তিল, নাৰিকল ভাজি সুমুৱাই দিছে । খাবলৈ মন যোৱা পিঠা । দময়ন্তীৰ মনটো অকলমান বেয়া লাগি গ'ল । ক্ষন্তেক স্তব্ধ হ'ল । জী-জোঁৱাইক কিহেৰে চাহ দিয়া যায়—নিৰুপায়ত পৰিলে ভাবি । চহৰৰ মানুহ । এইবোৰ বস্তু চাহৰ লগত খাবইবা কিয় ?— দময়ন্তীয়ে ভাবিলে । গতিকেই দোকানলৈ দৌৰ দিলে ডম্বৰুধৰ ।

মিনতিহঁতৰ লগত কথা পাতিলে উৰ্মিলাই । সিহঁতক বুজাই দিলে যে তাইৰ নাম আজি কালি উৰ্মিলা নহয়—উৰ্মিমালাহে । এই নাম তাইক গিৰীয়েকে দিছে । আজি-কালি চহৰত উৰ্মিলা, সাবিত্ৰী, কৌশল্যা নাম নাথাকে । ডলি, মামনি, বিউটি, টুটু, পুতু, ঘুনু এইবোৰহে চহৰৰ নাম । উৰ্মিলাকো ঘৰত গিৰীয়েকে মুন বুলি মাতে ।

উৰ্মিলাই সিহঁতক সাৱধান কৰি দিলে—উৰ্মিলা বুলি যাতে তাইক মতা নহয়। অমলাহঁত আটাইকেইজনী গাঁৱৰ জীয়াৰী। অলপ অলপ পঢ়া-শুনা কৰিছিল । কিছুমান শব্দ সিহঁতৰ উচ্চাৰণেই নহয় । গতিকে প্ৰত্যেকজনীয়ে মুখৰ ভিতৰতে একোবাৰ আওৰালে—"উম্‌ৰিমালা।" উৰ্মিমালাৰ প্ৰকৃত উচ্চাৰণ সিহঁতৰ জিভাৰ আগত নাহিব বুলি শঙ্কিত হ'ল ।

অৱশেষত মিনতিয়ে বহুত সাহস গোটাই উৰ্মিলাক সুধিলে, "সখী, তুমি যে বালাউজটু পিন্ধিছ, ভিতৰৰ সব বস্তু দেখুন দেখা পায় । তুমাৰ লাজ নাল্ গে না ?" মিনতিৰ কথাত আটাইকেইজনীয়ে খিল্ খিল্ কৈ হাঁহিলে । ইয়াৰ পাচত ইজনীয়ে সিজনীৰ গাত ঢলি পৰি, ফুচ্ -ফুচ্ কৈ কিছুমান কথা কোৱা-কুই কৰিলে । সেইবোৰ কথাৰ বিষয় বস্তু হ'ল—উমিলাৰ ব্লাউজ আৰু মেখেলাৰ মাজত ওলাই থকা পেটৰ অংশ, কাষলতিৰ তলৰ নোম, ওঠত লগোৱা ৰঙ । অমলাই প্ৰথমতে ভাবিছিল—উৰ্মিলাই তামোল খাই ওঁঠ দুটা তেনে ৰঙা কৰা বুলি । পাচত একেবাৰে ওচৰৰপৰা চাইহে বুজিলে—ওঁঠ দুটাত কিবা ৰং লগাইছে । সৰুতে এবাৰ অমলাহঁতেও ওঁঠত ৰং লগাইছিল । পৰ্ ফুলৰ বিযাত ৰভাৰ খুঁটাত ৰং-বেৰঙৰ কাগজ লগাইছিল । বিয়া ভাঙিবৰ দিনাখন ছোৱালীহঁতে সেই ৰঙা কাগজবোৰ চোবাই চালে—ওঁঠ বিলাক ৰঙা পৰি উঠিল । সিদিনা গোটেই দিনটো অমলাহঁতে তাকেই কৰি থাকিলে । তাৰে মাজত আজিৰ এই উৰ্মিলাও আছিল । আজিৰ উৰ্মিলাৰ মুখত লগোৱা ৰং বোৰ তীব্ৰ, উজ্জ্বল ।

উৰ্মিলাই লাবণ্যহঁতক বুজাই দিলে যে আজি কালি ডাঠ কাপোৰৰ ব্লাউজ পিন্ধা দিন নাই । পাতল কাপোৰ বহুত ৰকমে উপযোগী আৰু উপকাৰী । ব্লাউজ এটা চিলাই কৰিলে এগজ কাপোৰ লগা দিনো আজি কালি নাই । যিমানে কম কাপোৰত ব্লাউজ চিলোৱা হয—তাতেই বাহাদুৰি । লাবণ্য, মিনতিহঁতৰ, সিহঁতে পিন্ধা কপাহী, ঢেৰ-ঢেৰীয়া কাপোৰবোৰ এই প্ৰথমবাৰৰ বাবে খুব গধুৰ গধুৰ লাগিল । উৰ্মিলাৰ দৰে এসাজ কাপোৰ পিন্ধিবলৈ প্ৰবল ইচ্ছা জন্মিল । কিন্তু নিমিষতে লাজৰ কথাটো মনলৈ আনি সিহঁতে সেই ইচ্ছাক দমন কৰিলে । সিহঁত যে গাঁৱৰ ছোৱালী । দাদা, খুৰা, জেঠাহঁতৰ লগতে সিহঁত পথাৰলৈ যাব ভুঁই ৰুবলৈ । পুখুৰীলৈ যাব কাষত গাগৰী লৈ । পুখুৰীৰ পাৰতে ম'হৰ পিঠিত উঠি থাকব—সিহঁতৰ ককায়েকহঁত । গোসাঁই ঘৰত বহিব কীৰ্তন শুনিবলৈ —কীৰ্তন পঢ়িব বৰ দেউতাক কাশী বায়নে । নাই, সিহঁতে নোৱাৰে তেনে পোছাক পিন্ধিব ।

এইবাৰ মেম্বৰণী বুঢ়ী আহি উৰ্মিলাক কʼলেহি, "চহাবলৈ যায় তহঁতি লাজ-মান চব এৰিলা । আমি জানো আক্‌কালত টাৱানত নাছিলু।" হয়, মেম্বৰণী বুঢ়ী ১৯৩৫ চনত টাউনত আছিল । তেতিয়া ননীৰাম মেম্বাৰ আছিল—কাছাৰীৰ মহৰী । উৰ্মিলাই মিচিক-মাচাককৈ হাঁহিলে বুঢ়ীৰ কথাত । বুঢ়ীয়ে পুনৰাই ভোৰ-ভোৰাই গ'ল—"গাঁৱত

আহিছ, লেঙটা হৈ আহিলেই হ'ল হৈ ।"

ডম্বৰুধৰে যোগেনৰ দোকানৰ পৰা দৌৰি এপোৱা জেলেপী আৰু চাৰিটা গজা লৈ আহিল । টেকেলী পিঠা, নাৰিকলৰ লাডু , গজা, জেলেপীৰে ৰমানন্দক চাহ দিলে । উৰ্মিলাক ভিতৰত চাহ দিব খুজিছিল—নাখালে, গিৰীয়েকৰ লগত একেলগে খাব । তাকে কৰিলে দময়ন্তীয়ে । চাহৰ লগত দিয়া বস্তুবোৰ গৰুৰে দানা শুঙা দি শুঙি শুঙি এৰিলে ৰমানন্দই । নাখায় তেনে বস্তু । চপ্, কাট্‌লেট্, পৰঠা, বিৰিয়ানী, কবিৰাজী পোলাওৰ লেক্‌চাৰ মাৰিলে । মুখ শুকাই পানী নোহোৱা হ'ল ডম্বৰু, দময়ন্তীৰ । উৰ্মিলাই মিনতিহঁতক ক'লে , "তেখেতে সেইবোৰ নাখায়েই । পেটৰ অসুখ হ্ব নহয় । মদ হলে একলহো খালেহেঁতেন ।"

উৰ্মিলাৰ তেনে কথাত স্তম্ভিত হ'ল উপস্থিত সমজুৱা—ঘৰৰ পৰৰ মানুহবোৰ । মদ কেনে বস্তু সিহঁতে চকুৰে দেখা নাই । কিন্তু মদ খোৱা মানুহে কেনে কৰিব লাগে, সিহঁতে যাত্ৰা-পাৰ্টিবোৰত দেখা পাইছে ।

ইয়াৰ পাচত ৰমানন্দহঁত যাবলৈ ওলাল । উৰ্মিলায়ো এনে অঙ্গী-ভঙ্গী দেখুৱালে যেন—সিহঁতহাল কোনোবা দূৰ সম্পৰ্কীয় মিতিৰৰ ঘৰলৈহে আলহী হিচাবে আহিছে—ক্ষন্তেক সময়ৰ কাৰণে । দময়ন্তীৰ চকুৰে দুধাৰ পানী ওলাল গিৰগিৰকৈ । থোকা-থুকি মাতেৰে ক'লে, "চাহখিনিও খালি তেনেকৰি, ইতা ভাত কেটাও নাখ কৰি যাবি দে । মোৰ আনা বস্তু গিলা কাক খুৱাম ?" উৰ্মিলাইঁতে নামানিলে । হুৰ-মূৰকৈ ওলাই ডম্বৰু, দময়ন্তীক মাত লগাই খোজ ললে । ৰমানন্দই মলুৱা বান্দৰৰ দৰে জঁপিয়াই শহুৰ-শাহুৱেকক চালাম কৰি, এটা আঙুলিৰে চক্ৰাকাৰে ছাবিজোকা ঘূৰাই ঘূৰাই খোজ ললে ।

তেতিয়া দুৱাপানী গাঁৱত আন্ধাৰ নামিছে । ঘোপমৰা আন্ধাৰ । ওচৰৰ মানুহটোক তৰাৰ পোহৰত কোনোমতে চিনিব পাৰি । দময়ন্তীহঁতে অলপ আগবাঢ়ি আহিল । চকুপানী আঁচলেৰে মচি মচি থাকে । পূজাত আহিবলৈ ক'লে । কিছু দূৰ গৈ মিনতিহঁতেও বিদায় ললে । গাড়ী ৰখা ঠাইলৈকে সিহঁত আগবাঢ়ি নগ'ল— ৰাতি আন্ধাৰ হৈ অহা কাৰণে । উৰ্মিলাই সিহঁতক টাউনলৈ এদিন মাতি গ'ল ।

গাড়ীৰ ওচৰ পাই ৰমানন্দই দেখিলে—এপাল ল'ৰাই গাড়ীখন আগুৰি আছে । ড্ৰাইভাৰজনে বিড়ি হুপি গাড়ীৰ ভিতৰত শুই আছে । ৰমানন্দহঁতে দেখিলে দৰ্জা খুলি গাড়ীৰ চিটত বহি ড্ৰাইভাৰক গাড়ী চলাবলৈ হুকুম দিলে । গাড়ীখনৰ চাৰিওফালে বাদুলী ওলমাদি ওলমি থকা পানেচৰাৰ দলটোৱে সিহঁতে চৰকাৰী আলিলৈ এইখিনি উঠি যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে । পানেচৰাই বায়েকক খিৰিকীৰে মূৰটো সুমুৱাই দি প্ৰস্তাৱটো গ্ৰহণ কৰিবলৈ টানি অনুৰোধ কৰিলে । ৰমাই বিৰক্তি প্ৰকাশ কৰি ড্ৰাইভাৰক গাড়ী চলাবলৈ ক'লে । ড্ৰাইভাৰেও তাকেই কৰিলে । পকা ৰগৰি সৰাদি ল'ৰাহঁত গাড়ীখনৰ পৰা সৰি পৰিল । আৰু পিচৰ চকা এটাৰ তলত সৰি পৰিল পানেচৰা ।

খোৰা ভৰিখনত গাড়ীৰ চকৰা চেপা পৰি সি--মৰিলোঁ ঔ, মৰিলোঁ ঔ কৈ চিঞৰি থাকিল। ভেঁভেঁ-পেঁপেঁ কৰি গাড়ী গুচি গ'ল। ল'ৰাহঁতৰ বিকত চিঞৰত উৰ্মিলাহঁতে প্ৰাণেশ্বৰৰ আৰ্তনাদ শুনিবলৈ নাপালে।

নিমিষতে বকুলৰ তল মানুহেৰে ভৰি পৰিল। প্ৰাণেশ্বৰক কেইটামানে দাঙি আনিলে। তাৰ ভৰিৰ হাড আৰু মঙহবোৰ ফাটি ৰৌ-ৰৌকৈ তেজ ওলাইছে। দিয়া চ লাইৰ কাঠী মাৰি তেজবোৰ চাই কিছুমানৰ মূৰ ঘূৰি গ'ল।

অলপ পাচতে হুৰাওৰাওকৈ কান্দি দৌৰি আহিল ডম্বৰু-দমযন্তা।

———— ০ ————

# দোকানী

মোৰ দেউতাক গাঁৱত সকলোৱে ডক্তৰ বুলি মাতে। গাঁৱত প্ৰায় মানুহৰে একোটা উপনাম থাকেই। এই নামবোৰ কোনো কাৰণ বশতঃ অথবা কোনো বিশেষ গুণবশতঃ থোৱা হয। যুদ্ধৰ সময়ত গাঁৱত খুব বসন্ত বেমাৰে দেখা দিছিল। আমাৰ দেউতাইঁতে আৰু কন্দৰ্প জেঠাইহঁতে সেই সময়ত সৰু সৰু ছুৰী কটাৰীৰে হাত কাটি কাটি ছিটা দি ফুৰিছিল। সেযে তেওঁলোকক ডাক্তৰ বুলি মাতিছিল। গতিকে মই ডাক্তৰৰ ল'ৰা।

বিশ্ববিদ্যালযৰ ডিগ্ৰীটো পোৱাৰ সময়ত মনত অপাৰ আনন্দ লাগিছিল। দেউতাইঁতৰ মনতো আনন্দৰ সীমা নাই। চাকৰিৰ কাৰণে বহু ঠাইত দৰ্খাস্ত কৰিলোঁ। ডিগ্ৰী এটা পোৱাৰ পাচত কেৰেণী চাকৰি কৰিবলৈ ভাল নালাগে। সেয়ে বহুত আশা-ভাৰসাৰে মনটো ভৰি থাকে। যেনে—কিবাকৈ এম-এ টো পাছ কৰিব লাগিব। লগতে ল' পৰীক্ষাও পাছ কৰিব লাগিব। এ-চি-এছ দি পাৰিলে হাকিম হোৱাৰো প্ৰবল ইচ্ছা। বি-এ পৰীক্ষাৰ খবৰ ওলোৱাৰ লগে লগেই মনটো বৰ ডাঙৰ হৈ উঠে। হাকিম, উকীল, প্ৰফেছৰ ইত্যাদি ডাঙৰ মানুহ হোৱাৰ সপোনে মনটো বলিয়া কৰিলে।

অবশেষত হাই স্কুলৰ শিক্ষক এজন হ'লোঁ। মনত নান পৰিকল্পনা থাকিল-প্ৰাইভেটকৈ এম-এ টো দিম, বছৰে বছৰে এ-চি-এছ পৰীক্ষা দি হাকিমৰ চাকৰি পালেই শিক্ষকতা এৰি পেলাম ইত্যাদি।

ঘৰত মা-দেউতাইঁতকো নানা পৰিকল্পনাৰ কথা কলোঁ। তেওঁলোকৰ মোৰ ওপৰত পৰম আশা আৰু ভাৰসা থাকিল। চহৰৰ স্কুলত কেই বছৰমান শিক্ষকতা কৰাৰ পাচত এবাৰ গৰমৰ বন্ধত গাঁৱলৈ গৈ সাত দিন মান আছিলোঁ। এদিন ৰাতিপুৱা গাঁৱৰে দৰ্জি জেঠাই মোক সুধিলে—'অ' বোপাই, আজি কালি ক'ত চাকৰি কৰা।' মই কলোঁ—জেঠা, মই টাউনৰ হাই স্কুল এখনৰ মাষ্টৰ। জেঠাই কলে—অ' বোপাই তই মাষ্টৰহে নেকি? মই ভাবিছিলোঁ তই কিবা চাকৰি কৰা চাগে।' মই একো উত্তৰ নিদি হাঁহিলোঁ। দৰ্জি জেঠাই মোক সেইদৰে কোৱা বাবে মই অপমান বোধ কৰা নাছিলোঁ। কিন্তু এই সাধাৰণ মানুহবিলাকৰ মনত মাষ্টৰ সম্পৰ্কে যি ধাৰণা সেই কথা ভাবি মোৰ মনটোত অকণমান দুখ লাগিছিল।

মাষ্টৰ হৈ থাকি কেইবছৰমান হাকিম হোৱাৰ উকীল হোৱাৰ অনেক চেষ্টা কৰিলোঁ, কিন্তু কতো একো হব নোৱাৰিলোঁ। প্ৰাইভেটকৈ এম-এ পৰীক্ষাটো দিম-মাত্ৰ এইটো আশা বুকুত বান্ধি ক্ষণ গণিলোঁ। ইতিমধ্যে মোৰ বয়স হৈ আহিল। ঘৰত বিয়াৰ বাবে মা দেউতাইঁতে উখল-মাখল লগালে। নানা ঠাইৰ পৰা ছোৱালীৰ মোমায়েক,

খুৱাকহঁত আহিল—ছোৱালী দিবলৈ। আজি-কালি ছোৱালীৰ দেউতাক পোনে পোনে আগবাঢ়ি নাহে। আন আন সম্বন্ধীয়া মানুহ লগায় কেন্ ভাচ্ কৰিবলৈ। আমাৰ দেউতালৈও তেনে কেন্ ভাচ্ আহিল। এনে ধৰণৰ কেন্ ভাচ্‌ত অহা মানুহবিলাকৰ আগত দেউতাই কয়—আমাৰ ল'ৰালৈ দিয়া ছোৱালীজনী সাংঘাতিক (মাৰ মতে ৰূপ বৈ পৰা) ধুনীয়া হব লাগিব আৰু ছোৱালীৰ বাপেক সকল হয় এম-এল-এ নহয় ঠিকাদাৰ হ'ব লাগিব।

মোৰ ছোৱালী দিবলৈ অহা মানুহবিলাকৰ আগত মোৰ বিষয়ে দেউতাই এনেকৈ কয়--'আমাৰ ল'ৰা বৰ্তমানে বি-এ পাছ, এম-এ পঢ়ি আছে, অলপতে হাকিমৰ পৰীক্ষা দিব। বহুত ছোৱালী দি আছে, আমি বিয়া পতা নাই।"

এদিন দেউতাই মোলৈ চিঠি এখন লিখিলে—'মোৰ বাবে বৰ নগৰৰ মৌজাদাৰৰ ছোৱালীজনী ঠিক কৰিছে, মই এদিন চাই আহিবগৈ লাগে।' ভাল ঘৰ, ভাল ছোৱালী, মই অমত কৰাৰ কাৰণ নাই। চিঠি পাই মই ঘৰলৈ গ'লো। দেউতাহঁতক ক'লোঁ—'মোৰ কাৰণে তোমালোকে এতিয়াই ছোৱালী চোৱাৰ দৰ্কাৰ নাই। মই আগতে এম-এ টো দি লওঁচোন আৰু অলপ টকা-পইচাও হক। দেউতাই অলপ খং কৰিলে। ক'লে—'তোৰ টকা-পইচা হোৱালৈকে মূৰৰ চুলি পকিব। আৰু মইনো কেইদিন থাকিম!' দেউতাক বুজাই-বঢাই সন্মত কৰালোঁ-'মই মোৰ কাৰণে ছোৱালী চাই থৈছোঁ। ভাল ঘৰৰ ভাল ছোৱালী। টাউনতে ঘৰ। তোমলোকে চাই আহিবাগৈ।

দেউতাই বেয়া নাপালে। ক'লে—'ঠিক আছে, তোৰ মতেই হক। আমি গৈ ছোৱালী চাই আহিম। কিন্তু বিয়াখন সোনকালে হ'ব লাগিব। মৌজাদাৰৰ ছোৱালী বিয়া কৰালে—দুখন মটৰ আৰু এহাজাৰ টকা দিব বুলি কৈছিল। কিন্তু তই চোৱা ছোৱালীজনীৰ বাপেকহঁতে জানো ইমান টকা দিব?' ছোৱালী বিয়া কৰালে টকা লব [illegible]পায়—এই সম্পৰ্কে দেউতাহঁতক ভালেমান বুজনি দি মই টাউনলৈ আহিলোঁ।

টাইনত মই যিজনী ছোৱালীৰ লগত চিনাকী হৈছোঁ—সেইজনী ছোৱালীৰ বাপেকো এজন নামজ্বলা ঠিকাদাৰ। মোৰ বিযাৰ বাবে এহাজাৰ কিয় চাৰি হাজাৰো দিব পাৰে। কিন্তু মই এই কথাত আত্ম-সন্মানত খুব আঘাত লাগে যেন পাওঁ। আৰু সেইবাবেই মালবিকাৰ বাপেকক মই কোনোমতে মই কথা কব নোৱাৰিম।

ইতিমধ্যে মোলৈ কেইবাজনো ছোৱালীৰ বাপেকৰ পৰা কেইবাখনো চিঠি আহিল-বিয়া পাতিব লাগে বুলি। মই উত্তৰ দিলোঁ—'বিযানো মই কেনেকৈ পাতোঁ'? এটা ইষ্টাব্লিছমেণ্ট নাই।' দুই এজনে প্ৰত্যুত্তৰো দিলে—'লাখ টকা আৰ্জি বিয়া পাতিবা নেকি? বযস বৈ নাথাকে। তোমালোকৰ ডিগ্ৰীটোৰ বাবে বৰ ভেনিটি।' কাকো একো বেয়াকৈ কবলৈ সাহস নকৰিলোঁ।

এদিন মালবিকাই ক'লে—'এইদৰে আৰু কিমান দিন বৈ থাকিবা? তোমাৰ দেউতাৰাক আনি এদিন আমাৰ দেউতাহঁতৰ লগত চিনাকি কৰি দি ফৰমেলিটি কৰা

অৱজাৰ্ভ কৰা।' মই সন্মতি দিলোঁ । মালবিকাৰ লগত মোৰ গোপন ভালপোৱা । দুয়ো দুযোকে গভীৰভাৱে বুজা হৈছোঁ । মালবিকাৰ আশা, মোক বিয়া কৰালে পৰম সুখী হব । ময়ো তেনে আশা এটা বুকুত বান্ধিছোঁ ।

মালবিকাক কেতিযাবা কওঁ--' চোৱা মালা, মই মাষ্টৰ মানুহ । মোৰ আশা-আকাঙক্ষা বহুত বেচি । কিন্তু টকা পাওঁ এশ-ষাঠিটা । এইখিনি টকাৰেই মোৰ আশা-আকাঙক্ষাবোৰ পূৰণ কৰিব লাগে । সেয়ে এই আশা-আকাঙক্ষাবোৰ লাহে লাহে সৰু হৈ আহিছে। তুমি জানো মোৰ লগত এইদৰে জীৱন কটাব পাৰিবা ?' তেওঁ কৈছিল--'সীতাই ৰামৰ লগত, দ্ৰৌপদীযে পঞ্চ-পাণ্ডৱৰ লগত, বেউলাই লখিন্দাৰৰ লগত যেনেকৈ জীৱন কটাইছিল, ময়ো তোমাৰ লগত এইদৰে জীৱন কটাব কিয় নোৱাৰিম ?' মই বিশ্বাস আৰু প্ৰতীতিত খুব আনন্দিত হ'লোঁ ।

মালাহঁতৰ ঘৰখনৰ লগতো মই ইতিমধ্যে ভালদৰে চিনাকি হৈ পৰিছোঁ । সপ্তাহত প্ৰায়ে তেওঁলোকৰ ঘৰত মোৰ খোৱাৰ নিমন্ত্ৰণ । মাকজনীয়েও মোক বৰ মৰম কৰে--নিজৰ জোঁৱাই ল'ৰাৰ দৰেই । খুলশালী দুজনীমানে ল সা গু , গ সা গু ৰ অঙ্ক শিকে, উৰ্মিলাই কবিতাৰ সাৰাংশ লিখাই ৰাখে । দেউতাকে আহি কথা পাতে--'বোপাৰ ঘৰত কোন কোন আছে ? পঢ়া-শুনা কৰি আছেনে ?' ইত্যাদি । মোক চাহ, ভাত আদি খুৱাওঁতেও তেওঁলোকৰ পৰম যত্ন আৰু ঐকান্তিকতা ফুটি উঠে ।

মোৰ বৰ ভাল লাগে । কিয়নো মাষ্টৰ হৈয়ো যে এইখিনি মৰম পাইছোঁ । কাৰণ মোৰ লগৰ শিক্ষক দুজনমানে প্ৰায়ে অভিযোগ তোলে--'ভাই, মাষ্টৰ মানুহক কোনেও মৰম নকৰে । মাষ্টৰ মানে কিবা সাধাৰণ চাকৰি, ল'ৰা পঢ়ুৱায়।' মোক কিন্তু মালবিকাৰ ঘৰখনে মৰম কৰিছে । মাষ্টৰ মানে কি এওঁলোকে বেয়া ভাবি পোৱা নাই নেকি ?

এদিন মালবিকাৰ দেউতাকে মোক মাতি নি ক'লে--'তোমাৰ দেউতাৰাক এদিন মাতি পঠোৱা, আমি চা-চিনাকি হওঁ । আৰু পাৰিলে বিয়াৰ তাৰিখ আদিও ঠিক কৰোঁ ।' অকণমান ভাইটি এটাৰ আগত বিয়াৰ কথা ক'লে যেনেকৈ লাজ কৰে তেনেকৈ মই লাজ কৰি দেখুৱালোঁ, তলমূৰ কৰি থাকিয়ে ক'লোঁ--'ভাল বাৰু।'

দেউতালৈ চিঠি এখন লিখিলোঁ--'মই অমুক তাৰিখে তোমাক আনিবলৈ যাম । কাপোৰ-কানি ধুই সাজু হৈ থাকিবা।' চিঠিখন খুব সংক্ষেপেই লিখিলোঁ । যিহেতু মই নিজেই যাম আনিবলৈ ।

দিন-বাৰ চাই এদিন দেউতাক লৈ আহিলোঁ । মই আগতে কৈছোঁ--দেউতাক গাঁৱত ডাক্ত''ৰ বুলি মাতে । গাঁৱত দেউতাৰ এটা আধিপত্য আছে । গাঁৱৰ মেল-মিটিঙত দেউতাই বক্তৃতা দিয়ে । মানুহবিলাকৰ আগত দেশ-বিদেশৰ মেল কৰে । দ্বিতীয় মহাযুদ্ধখনৰ লগত চীনৰ ভাৰত আক্ৰমণৰ বিজনি কৰি দেখুৱায় । আগৰ ইমান

ডাঙৰ যুদ্ধতো মানুহে সোণ দিবলগীয়া নহৈছিল। কিন্তু চিনৰ যুদ্ধত আমাৰ মানুহে সোণ, টকা সকলো দিব লগা হ'ল । মানুহেও বস্তু খাবলৈ নোপোৱা হ'ল । তেতিয়াৰ দিনৰ সিকিটো আজিৰ টকাটোৰ মূল্যৰ সমান । দেউতাইঁতে ছিটো দিযা সময়ত মানুহবিলাকৰ হাত ছুৰীৰে কাটি দিয়াটোক কেৰেপ নকৰিছিল , কিন্তু আজি-কালিৰ ছিটা পিপৰা এটাৰ কামোৰতকৈও কম, তথাপি "আই ঐ" কৈ চিএঞৰি উঠে । দেউতাৰ এই কথাবোৰ মানুহে কাণ পাতি শুনে ।

মোৰ এই দেউতা আজি টাউনলৈ আহিছে । বহুত বছৰৰ মূৰত আহিছে । চহৰৰ ৰূপ বদলি গৈছে । তেওঁ ঘৰ-দুৱাৰৰ কাৰুকাৰ্য্য দেখি স্তম্ভিত হৈ গৈছে । গাঁৱৰ মানুহৰ আগত বক্তৃতা দিয়া মোৰ এই দেউতাৰ আজি মুখৰ মাত হৰিছে । কেৱল বৈ বৈ চাইছে । হয়তো গাঁৱত গৈ মানহুবিলাকৰ আগত কি কি দেখিলে কবগৈ ।

ৰাতি দেউতাক বহুত কথা শিকালোঁ । এযোৰ নতুনকৈ খদ্দৰৰ ধুতি-পাঞ্জাবী আনি দিলোঁ । তেওঁলোকৰ ঘৰলৈ যাওঁতে কেনেদৰে কি কি কথা পাতিব লাগিব শিকালোঁ । দেউতাই দুই -এটা কথা কাণ পাতি শুনিলে, দুই-এটা উলাই কৰি দিলে—'এঃ আমাৰ দিন এনেকৈ গ'লেই, এতিয়া আৰু তোৰ ছোৱালী চাবলৈ আহি নতুনকৈ শিকিমনে ?'

যি হওক, পিচদিনাখন গধুলি মালবিকাইঁতৰ ঘৰলৈ দেউতাক লৈ গ'লো । মালাৰ দেউতাক শ্ৰীযুত প্ৰতুল বাবু আগবাঢ়ি আহি আমাক নি ড্ৰয়িংৰুমত বহুৱালে । নীলা পোহৰেৰে পোহৰ কৰি ৰখা সুসজ্জিত ড্ৰয়িংৰুম । ৰং-বেৰঙৰ কাপোৰেৰে আবৃত চোফা-চেট । দেউতাক বহিবলৈ প্ৰতুল বাবুৱে কোমল গাদী পাৰি থোৱা চেয়াৰ এখন দেখুৱাই দিলে । তেওঁ তাতে বহিয়েই ক'লে—'বাপ্ ৰে বাপ্ একদম চিয়াৰখন বহি যায় ।' ৰুমটোৰ চাৰিওফালে ভালাং-ভুলুংকৈ চাই ক'লে—'অ লাইট জ্বলে যে জ্বলে, ইয়াত টাঙোনো জ্বলে । কি ৰকম জ্বলে বাৰু ?' টিউব লাইটটো দেখা পাই দেউতাই সেইদৰে ক'লে । মোৰ বুকুখন টিপ্-টিপ্ কৰিবলৈ লাগিল । ভগৱানক খাটিলোঁ—মোৰ সন্মান ৰক্ষা কৰা দয়াময় । প্ৰতুল বাবুৰ মুখলৈ চালোঁ— পৰম বিৰক্তিত মুখখন তললৈ কৰিছে ।

দেউতা আৰু প্ৰতুল বাবুৰ মাজত চিনাকিটো মযেই কৰি দিলোঁ । দেউতাই ক'লে—'এৰা, ল'ৰাটোৱে মোলৈ চিঠি লিখিছে—সি চোৱা ছোৱালীজনী হেনো মযো চাই যাবহি লাগে । সেয়ে আহিলোঁ । আপোনালোকৰ ঘৰত মিতিৰ পাতিব পাৰিলে একো বেয়া নহয় । মোৰ ল'ৰালৈ কতজনে ছোৱালী যাচিছে, পিছে আমি কথা দিযা নাই । আজি কালি ল'ৰাৰ মতেই মত । আমিনো বাপেক-মাকহঁত কি ?' প্ৰতুল বাবুৱে ওঁঠ দুটা ফাক কৰি অকণমান হাঁহিলে । অকণমান সময়ৰ বাবে তেখেত ভিতৰলৈ সোমাই গ'ল । মই দেউতাক একো কথা নাপাতিবলৈ ফুচ্ ফুচাই ক'লোঁ ।

অলপ পাচত চাকৰ ল'ৰা এজনে আমাক চাহ দিছে বুলি ভিতৰলৈ মাতি লৈ গ'ল। ডাইনিং টেবুলত ভালেমান খোৱাৰ সামগ্ৰী, আৰু পানীৰ গিলাচে জকমকাই আছে। আমি গৈ বহিলোঁ। এইবাৰ ভাবী-শহুৰ,শাহু, মালবিকা আৰু দুজনী খুলশালীও আমাৰ লগতে হিলহি। নানা ৰকমৰ মিঠাই পিৰিচ ভৰাই দিছে। হাত ধুবলৈ পানীৰ পাইপৰ সুন্দৰ ব্যৱস্থা আছে। দেউতাই গিলাচ এটা লৈ বাৰাণ্ডাত হাত ধুই দিলে। মিঠাই খাবলৈ চামুচ দিছিল। দেউতাই হাতেৰে মিঠাইবোৰ মুখত ভৰালে। মিঠাই খাই থাকোঁতে দেউতাৰ পিনে চালোঁ, তেওঁক এনে লাগিল যেন দহ-বাৰ দিন একো খাবলৈ নোপোৱা বেমাৰীহে। পিয়লাৰপৰা পিৰিচত চাহ বাকি বাকি পিলে।

দেউতাৰ খোৱা-লোৱাৰ ধৰণ দেখি মালবিকা, মাক, দেউতাক আটাইবোৰ স্তম্ভিত আৰু বিৰক্তি হ'ল।

মই একো মাতিব নোৱাৰিলোঁ। মোৰ ভিতৰখন টাইফয়েড বেমাৰীৰ দৰে দুৰ্বল দুৰ্বল লাগিল।

চাহ খাই উঠি পুনৰ ড্ৰয়িংৰুমত বহিলোঁহি। তামোলৰ বটাৰ-পৰা তামোল এখন খাই দেউতাই বাহিৰত চিৰিটুকৈ এসোপা পিক পেলাই আহিল। তামোলখনে বৰকৈ গাত ধৰিছে বুলি ভৰি এখন চেয়াৰত তুলিও বহিল।

বিয়াৰ বিষয়ে বৰ বেচি কথা নাপাতিলে প্ৰতুল বাবুৱে। মোকো ক'লে— 'বিয়াৰ দিন-বাৰৰ বিষয়ে দেউতাক পাচত জনাব। তাৰ পাচত আটাইকেইজনৰে পৰা বিদায় লৈ আমি গুচি আহিলোঁ। ৰিক্সাত দেউতাই সুধিলে—'ছোৱালীনো কোনজনী অ', দেখাই নাপালোঁ দেখোন?' মই 'চাহ খাওঁতেৰহা ডাঙৰজনী' বুলি কবহে পালোঁ,— দেউতাই ক'লে—হুঃ সেই বুঢ়ী যেন দেখা ছোৱালীজনী। ওঁঠ দুটানো ইমান ৰঙানে? তইঁত ডেকা ল'ৰাবোৰে কি ছোৱালী চাব জান!' দুদিন পাচত দেউতা গ'ল।

তিনিদিন পাচত প্ৰতুল বাবুৱে মোক ক'লে—'তুমি আৰু আমাৰ মালবিকাৰ লগত ফুৰা-চকা নকৰিবা। মানুহে নানান কথা উলিয়াব নহয়।' —মই অঁকবাৰ দৰে ভেবা লাগি চাই থাকিলোঁ।

তাৰ পাচত কথাটো পৰিষ্কাৰ হ'ল। মালাই মোৰ বুকুৰ মাজত সোমাই কান্দি-কান্দি ক'লে—'তোমাৰ দেউতাৰাক যদি ইমান পিচপৰা বুলি জানিছিলাই তেওঁকনো কিয় আমাৰ ইয়ালৈ লৈ আহিছিলা? তেওঁকতো নানিলেও হ'লহেঁতেন।' —মালবিকাক মোৰ বুকুৰ মাজৰ পৰা আজোৰ মাৰি পেলাই দি গুচি আহিলোঁ। মোৰ এনে লাগিল যেন কোনোবাই মোৰ চকু-মুখত কৰ্দৈসিৰীয়া জলকীয়া এটাহে ভাঙি দিলে। উঃ কি জ্বালা!

মোৰ দেউতাক এইদৰে অপমান কৰা বাবে মোৰ আত্ম-সম্মানত বৰ আঘাত লাগিল। মোৰ পিতাৰ বংশৰ এইদৰে অমৰ্য্যাদা কৰা বাবে প্ৰতুল বাবুৰ ওপৰত পৰম

আক্ৰোশ এটা ওপজিল । টকা আৰু আভিজাত্য—এই দুটা বস্তুৱে মোৰ বুকুখন পুৰি ছাই কৰি দিলে। মালবিকাহঁতে মোক অপমান কৰিলে । মোৰ সত্তাক তেওঁলোকে অবমাননা কৰিলে । মোৰ দেউতালৈ, মালৈ, চেনেহী গাঁওখনলৈ, দৰ্জি জেঠাইহঁতলৈ মনত পৰি চকুৰে পানী ওলাল। মই মাষ্টৰ মানুহ । মাষ্টৰ মানে যে কোনো চাকৰি নহয়—আজিহে যেন উপলব্ধি কৰিব পাৰিলোঁ ।

মালবিকাহঁতৰ ঘৰখনৰ প্ৰতি ঘৃণাত মোৰ নাক কোঁচ খাই আহিল । প্ৰতুল বাবুৰ দেউতাকেও লিখা-পঢ়া নাজানিছিল। এখন সাধাৰণ গেলামালৰ দোকান দিছিল । কিন্তু কিবা সৌভাগ্যগুণত প্ৰতুল বৰুৱা এজন ঠিকাদাৰ হ'ল আৰু আজি তেওঁ জয়গান গায় আভিজাত্যৰ ।

দেউতালৈ চিঠি এখন লিখিলোঁ—'দেউতা, টাউনত মই বিয়া নকৰাওঁ । মোৰ বাবে সনাতন মৌজাদাৰৰ ছোৱালীজনীকে চাবা । তেওঁলোকৰপৰা টকা-পইচা নিবিচাৰিবা । মাত্ৰ বিচাৰিবা প্ৰকৃত মৰম আৰু পবিত্ৰ অন্তৰ । মই মাষ্টৰ মানুহ । মাষ্টৰ মানে বৰ ডাঙৰ চাকৰি বুলি তোমালোকে ধৰি নলবা । আমি খাই-লৈ সুখেৰে জীয়াই থাকিলেই হয় । বেচি টকা থকা মানুহবোৰৰ মনবোৰ বৰ ঠেক।' ইতি—

———— ০ ————

# শিল্পীৰ স্মৃতিৰে

পাগ্‌লাদিয়া নদীৰ পশ্চিম পাৰে এখন গাঁও আছে। গাঁওখনৰ নাম মই নকওঁ —কিন্তু সেইখন গাঁৱৰ এসময়ৰ এটা কীৰ্তিৰ কথা কম। ভাগ্য বিপৰ্য্যয়ত সেইখন গাঁৱত থাকি এসময়ত মই কলেজীয়া জীৱনৰ দুটা বছৰ কটাবলগীয়া হৈছিল। এই গাঁৱৰ সৰহ ভাগ মানুহেই খেতি-বাতি কৰে। কিছুমানে বেপাৰ-বণিজো কৰে। বেপাৰ-বণিজ কৰাবোৰে টকা-পইচা আৰ্জি সুন্দৰ সুন্দৰ, চালে চকুৰোৱা টিনৰ ঘৰ সাজিছে। খেতি কৰাবোৰেও পেটৰ ভাত মুঠি উলিয়াই খুব আৰামেৰে খাই-লৈ আছে। এওঁলোকৰ সৰহ ভাগৰে ঘৰে ঘৰে দুই-তিনিটাকৈ ল'ৰা টাউনৰ স্কুলত পঢ়ে। বেছিভাগেই প্ৰৱেশিকাৰ ডেওনাখন পাৰ হব পৰা নাই—তথাপি স্কুলৰপৰা অৱসৰ গ্ৰহণ কৰা নাই। ছোৱালীক, এওঁলোকে স্কুলত নপঢ়ায়। ছোৱালীক স্কুলত পঢ়োৱা মানে চৰিত্ৰ বেয়া হোৱা বুলি ভাবে এওঁলোকে। আৰু কিছুমানে ভাবে—ছোৱালী পঢ়োৱা মানে বিয়া দিয়াৰ সময়ত এসোপা ধন ভঙা। গতিকে ছোৱালীবোৰে পথাৰত ভুঁই ৰোৱে, মাছ মাৰে, এড়ি পোহে, মাহ-সৰিয়হ তোলে। এইখন গাঁৱত অলেখ কাহিনী আছে—যিবোৰ কাহিনী শুনিলে হয়তো আজিৰ মানুহে বিশ্বাসেই নকৰিব।

এইখন গাঁৱতেই এজন শিল্পীৰ জন্ম হৈছিল। বাপেক এজন অতি সাধাৰণ এড়ীয়া কাপোৰৰ বেপাৰী—ভোটান মেলাত এড়ীয়া কাপোৰ বিক্ৰী কৰি ফুৰে। সেই দীঘলীয়া কাল ডোখৰত এইজন অখ্যাত শিল্পীক নিবিড় ভাৱে জনাৰ মোৰ সুযোগ ঘটিছিল। তেওঁৰ অন্তৰৰ আশা-আকাঙ্ক্ষাবোৰ মোৰ আগত খোলা-খুলি ভাৱে ব্যক্ত কৰিছিল। তেওঁৰ মনৰ কল্পনাবোৰ মোৰ আগত কৈ কৈ কেতিয়াবা উশাহ পাহৰি যোৱা যেন হৈছিল। মই স্তব্ধ হৈ শুনিছিলোঁ, উৎসাহ দিছিলোঁ। এওঁ সেই গাঁৱত হাৰমনিয়াম লৈ গান গাব ধৰিছিল। চুলি কেইডাল পিচফালে অলপ দীঘলকৈ ৰাখিছিল। আঠুৰ তললৈকে পৰা এটা পাঞ্জাবী আৰু অতি বহল এটা পায়জামা আছিল তেওঁৰ পিন্ধনৰ বৈশিষ্ট্য। বিড়ি চিগাৰেট যেতিয়া যি পায় তাকে খাইছিল।

গাঁৱৰ আনকেইজন ল'ৰাযো তেওঁক ভাল পাইছিল। গোটেইবোৰে লগ লাগি এটা পুথিভঁৰাল সাজিছিল। গধূলি তাতে বহি নানাধৰণৰ আলোচনা-বিলোচনা কৰিছিল। গাঁৱৰ পানী খোৱা পুখুৰীটোৰ বন-জাবৰবোৰ মাহে এবাৰকৈ তুলিছিল। ৰাস্তাৰ কাষত গজা কচু-টেঁকীয়াবোৰ কাটিও মাজে মাজে সমাজ-সেৱাৰ কাম কৰিছিল। শিল্পীৰ মতে--আমি অকল পঢ়া-শুনা কৰিলেই নহব, গাঁৱৰ মানুহকো কিছুমান সামাজিক কাম কৰি দেখুৱাব লাগিব। তাৰে মাজতে গান-বাজনা থিয়েটাৰ আদিও কৰিব লাগিব। এইবোৰ

হ'ল মনৰ ফূৰ্তিৰ কথা।

এদিন গধূলি মোৰ পঢা কোঠালীলৈ সোমাই আহি ক'লে, "হেৰি বৰুৱা, এটা কাম কৰিব খুজিছোঁ—আপুনি জানো কি কয়।"বুলি মোৰ মুখলৈ চালে। মই কি কথা কবলৈ দিলোঁ। তেওঁ ক'লে,—"আপোনাৰপৰা সহায় - সহযোগ পালে এখন থিয়েটাৰ কৰিব খুজিছোঁ। সহ-অভিনয় কৰিম। গুৱাহাটীৰ পৰা একট্ৰেছ আনিম। আপুনি কি কয় ?"—শিল্পীয়ে আগতেও আৰু দুই-তিনিখন মান থিয়েটাৰ কৰিছে। গাঁৱৰ মানুহক দেখুৱাইছে। এবাৰ "সতীৰ ঘাট" নামৰ এখন নাটক কৰি শিল্পীয়ে ফিমেল পাৰ্ট লৈ মানুহক কন্দুৱাইছে। সতীৰ স্বামী ভক্তিত আইসকলে তবধ মানিছে। গতিকেই শিল্পীক মই স্বাগতম জনালোঁ —"বৰ ভাল কথা বহ। সহ-অভিনয় কৰি দেখুৱাব পাৰিলে আপোনাৰ নাম বৈ-বৈ যাব দেই।" শিল্পীৰ মুখখন আনন্দত পোহৰ হৈ উঠিল। মোক ক'লে, "তেন্তে কাইলৈ গধূলি আপুনি এবাৰ লাইব্ৰেৰীলৈ যাবচোন। তাতে এখন কমিটী গঠন কৰিম।" মই সন্মতি জনালোঁ। শিল্পী উঠি গ'ল।

পিচদিনা গধূলি "প্ৰগতি পুথিভঁৰাল"ত গাঁৱৰ আটাইকেইটি যুৱক মিলিত হ'ল। শিল্পীৰ ইচ্ছাক সকলোৱে স্বাগতম জনালে। কমিটী এখন গঠন কৰা হ'ল। মোকো তাৰে এজন সভ্য কৰি ল'লে। অভিনেত্ৰী আনিবলৈ যোৱাৰ ভাৰ যোগেনক দিলে। যোগেনে আপত্তি তুলিলে—"মই সেইবোৰ নোৱাৰোঁ, অইন কামত মই থাকিম। অৰ্থাৎ তেওঁলোকক আনিলে খোৱা-লোৱাৰ দায়িত্ব মোৰ গাত থাকিব।" যোগেনে আপত্তি কৰাত আন কেবাজনকো সেই ভাৰ দিয়া হ'ল—কোনো এজনো কিন্তু আগবাঢ়ি নাহিল। অৱশেষত শিল্পীয়ে সেই ভাৰ ললে, "বাৰু বাৰু ময়েই যাম। মোৰ লগত নিবেদিতা বৰুৱা আৰু মানৱী শইকীয়াৰ চিনা-জনাও আছে।" সকলোৱে সন্মতি জনালে। গাড়ীৰ ভাৰাখিনি অৰ্থাৎ খৰচ খিনি প্ৰথমে ফাণ্ডৰপৰা নিয়াৰ ঠিক হ'ল।

নাটক বাছনি হ'ল। নানা জনে নানা মত দিলে। শেষত "পদ্মাৱতী" নাটকখনকেই লোৱাৰ ঠিক হ'ল। কোনে কি পাৰ্ট কৰিব এখন কাগজত শিল্পীয়ে লিখিলে। নাটকখনত নাৰী চৰিত্ৰ তিনিটা আছে। গতিকে তিনিজনী অভিনেত্ৰীৰ দৰকাৰ হব। কিন্তু গুৱাহাটীৰ পৰা তিনিজনী অভিনেত্ৰী আনিব লাগিলে বৰ খৰচ। দুজনী অনা হব। আৰু ঠিক হ'ল--এটা ফিমেল পাৰ্ট শিল্পীয়ে নিজে কৰিব। সকলোৱে মতামত দিলে। পিচদিনা খনৰ পৰা ৰিহাৰ্চেল হব। সকলোকে গধূলি ছটা বজাত"প্ৰগতি পুথিভঁৰালত" উপস্থিত হবলৈ নিৰ্দেশ দিলে। সিদিনালৈ সকলোৱে ঘৰা-ঘৰি গ'ল।

পিচদিনা ৰাতিপুৱাই কথাটো গাঁৱত ৰাষ্ট্ৰ হৈ গ'ল। সৰলা, সুবলা, বিমলাইঁতে পানী নিবলৈ আহি পুখুৰী ঘাটত মেল কৰিলে। সৰলাই ক'লে—"এ সখী, আমাৰ কাকাইঁতে বুলে গুৱাহাটীৰ পাই আপী আনি থিয়েটাৰ কৰ্ বো।" সৰলাৰ সখীয়েক সুবলা। বিমলাই ক'লে—"উ আমি ৰাতিতে শুইন্ চু, আমাৰ কাকায়ো কৈছি। আমাৰ

কাকা বোলে চান্দো সদাগৰ হ'বো।" তাৰ পাচত আৰু ফট্‌কাৰ মাক, মঙ্গলুৰ মাক, টেঁখোলাৰ মাকহঁতো আহি মেলত যোগ দিলে। সিহঁতে বৰ ভাল পালে। গাঁৱত যাত্রা, থিয়েটাৰ হ'লে, সভা-সমিতি পাতিলে এইখন গাঁৱৰ জীয়ৰী-বোৱাৰীহঁতে বৰ ভাল পায়। আৰম্ভণিৰ তিনিদিনমান আগৰপৰা শেষৰ তিনিদিনমান পিচলৈকে তেওঁলোকৰ পুখুৰী ঘাটত, ঢেঁকীঘৰত এচেম্বলী বহে। এইবোৰ উৎসৱ-পৰ্বৰ দিনা ওচৰৰ দুই এখন গাঁৱৰ মিতিৰ-কুটুম্বকো খবৰ দি অনাৰ গৰম আলোচনা আইসকলৰ মাজত চলে।

যথা সময়ত শিল্পী গুৱাহাটীৰ পৰা ঘূৰি আহিল। অভিনেত্রী ঠিক কৰি আহিল। তেওঁলোকে মাত্র দুদিন আগতে আহি ৰিহাৰ্চেল দিব। খোৱা-লোৱা, অনা-নিয়া খৰচ বাদ দি তেওঁলোকক এশটকাকৈ দিব লাগিব। সকলোৰে মনত আনন্দ লাগিল। শিল্পীয়ে ক'লে — "আমি টিকেট চিষ্টেম কৰিম, বহুত টকা উঠিব।" সকলোৱে হয় হয় কৰিলে। শিল্পীৰ আনন্দৰ সীমা নাই। ৰিহাৰ্চেলৰ খৰচৰ বাবে সকলোকে প্রথমতে এটকাকৈ দিবলৈ কোৱা হ'ল। কাইলৈৰপৰা নিয়মিতৰূপে ৰিহাৰ্চেল হ'ব—জনাই দিয়া হ'ল। ইতিমধ্যে পাৰ্ট লিখি শিল্পীয়ে প্রত্যেককে ভগাই দিলে।

পাৰ্ট ভগাওঁতে অলপ খেলি-মেলিয়ে দেখা দিলে। প্রথমতে চতুৰ্থ পঞ্চমমান শ্রেণীৰপৰা পঢ়িবলৈ এৰি "এগ্রিকালচাৰত মনোনিবেশ" কৰা যুৱক কেইজনমানেও পাতি ধৰিলে—আমাকো থিয়েটাৰ পাৰ্ট দিব লাগিব। শিল্পীয়ে জনাই দিলে যে—আগেয়ে ৰিহাৰ্চেল কৰা হ'ব। ৰিহাৰ্চেলত ভাল হ'লেহে পাৰ্ট দিয়া হ'ব। গতিকে প্রথম দিনাখন বৈকুণ্ঠক পাৰ্ট কৰবলৈ দিয়া হ'ল। তেওঁ "স্পৰ্শ" শব্দটো বাৰে বাৰে "পৰ্শ" উচ্চাৰণ কৰা বাবে তেওঁক বহিবলৈ দিলে। বাকী দুই-তিনিজন মানবো সেই একে অৱস্থা। শেষত তেওঁলোকে লাজ পাই মনৰ কল্পনা ত্যাগ কৰি বহি থাকিল।

"পদ্মাৱতী নাটক'ৰ এসপ্তাহ ৰিহাৰ্চেল চলিল। ৰিহাৰ্চেলৰ এই কেইটা দিন শিল্পীয়ে গোটেই কেইটি ফিমেলৰ অভিনয় কৰি দেখুৱালে। মই নাটকৰ প্রমষ্টাৰ নিযুক্ত হ'লোঁ। শিল্পী ডিৰেক্টৰ। মাজে মাজে বলীন্দ্রয়ো দেখুৱাই দিলে। এসময়ৰ যাত্রা পাৰ্টিৰ প্লেয়াৰ বাগেশ্বৰো উপস্থিত আছিল। ৰিহাৰ্চেলৰ আটাই কেইদিন। তেৰোঁ দুই-এটা অভিনয় দেখুৱাই দিলে। পুথিভঁৰালৰ দক্ষিণফালৰ খিৰিকীৰে সৰলা, সুবলা, বিমলাহঁতেও আহি দুই এদিন ৰিহাৰ্চেল চালে। অভিনয় চলি থাকোঁতে পুথিভঁৰালৰ চুকে-কোণে বহি থকা টেঁখোলা, নাউচনাহঁতে ধপাত খাই খাই বাৰে-ভচহ মেল মাৰি ৰিহাৰ্চেল চালে।

এই কেইদিন শিল্পী মোৰ ঘৰলৈ সময়-অসময় নোহোৱাকৈ অবিৰাম আহি থাকিল। মোক নানা ৰকমৰ কথা সুধিলে আৰু মোৰপৰা দিহা-পৰামৰ্শও ললে। এই কেইদিন শিল্পীৰ সময় নাই। ভাত খাবৰেই সময় নাই। গোটেই গধূলিটো থাকিব লাগে ৰিহাৰ্চেলত। দিনৰ দিনটো পেণ্ডেলটোৰ যোগাৰৰ কাৰণে ঘূৰি ফুৰিব লাগে। টিনপাতৰ কাৰণে পাখিৰাম মহাজনৰ ঘৰলৈ গৈছিল—দিব নোৱাৰোঁ বুলি ক'লে। চেয়াৰ আৰু

বেঞ্চৰ কাৰণে হাইস্কুলৰ হেড্ মাষ্টৰ শশীবাবুৰ ওচৰলৈ গৈছিল—দিব বুলি কৈছে। কাপোৰ লাগিব, নাৰিকলৰ ৰচি লাগিব আৰু প্ৰধান বস্তু এটা লাগিব—সেয়া হ'ল বাঁহ। ইফালে নাই টকা। গতিকে শিল্পীৰ মহা চিন্তা—চকুত টোপনি নাই, পেটত ভাত নাই। মই আশ্বাস আৰু উৎসাহ দিলোঁ।

যথা সময়ত শিল্পীযে গুৱাহাটীৰপৰা অভিনেত্ৰী দুজনী লৈ আহিল। তেওঁলোক আহি পোৱাৰ লগে লগে গাঁওখনত হুলস্থুল লাগি পৰিল। ল'ৰাৰপৰা বুঢ়ীলৈকে আটায়ে অভিনেত্ৰী দুজনীক বেঢ়ি ধৰি চালে। মাজতে সৰলা, সুবলাহঁত ক্ষন্তেক সময় তেওঁলোকৰ লগত বহিল। সিহঁতেও আজি অলপ চুচি-মাজি আহিছে। "চুনাক-পাউদাৰ" ঘঁহি আহিছে। অভিনেত্ৰীহঁতে এওঁলোকক নিজৰ জাতি বুলি দুই চাৰিষাৰ কথা সুধিলে। ইহঁতে তেওঁলোকে কোৱা সকলো কথা বুজি নাপালে। সিদিনা ৰাতি ৰিহাৰ্চেল চলিল। প্ৰগতি পুথিভঁৰালৰ বাহিৰ-ভিতৰ পদ্মাৱতী নাটকৰ ৰিহাৰ্চেল চোৱা মানুহেৰে ঠাহ খাই পৰিল। নিবেদিতা আৰু মানবীৰ অভিনয় দেখি গাঁৱৰ মানুহে তবথ মানিলে।

কিন্তু পদ্মাৱতী নাটকৰ ৰিহাৰ্চেল চাবলৈ বহুত মানুহ গ'লেও পাখিৰাম মহাজন নগ'ল আৰু নগ'ল গিৰীন চকিদাৰ, জিনাৰাম মিস্ত্ৰী প্ৰমুখ্যে গাঁৱৰ কেইজনমান মুখিয়াল ব্যক্তি। তেওঁলোকে চকিদাৰৰ ঘৰত বহি মন্ত্ৰণা কৰিলে—"এনাই কথা কেন্ কৈ হবা পাৰে। আমাৰ আতা-পিতা চৈধ্য পুৰুষ গেল—এনাই কৰ্ম দেখা নাছিলু। ক'ত এইবোৰ বাজাৰ ফুৰা আপী আনি গাঁৱত সুমুৱাইছি। এই থিয়েটাৰ আমাৰ তিৰী-ছলি চাবা যাবা নৰে, যদি কোন্ বাই যায়—তাক দণ্ড কৰা হব।" গাঁৱৰ সমাজত এই দণ্ড শব্দটো খুব টলে। লোকে ইয়াক ভয়ো কৰে। পাখিৰাম মহাজনহঁতে আৰু ভালমান মন্ত্ৰণা কৰিলে এইদৰে।

নিৰ্দ্ধাৰিত দিনৰ দিনাখন থিয়েটাৰৰ ধুম- ধাম লাগিল। সিদিনা গাঁৱৰ প্ৰত্যেকজন যুৱকে জান-প্ৰাণ দি খাটিলে। টিন অনাই টিন আনিলে, স্কুলৰ চেয়াৰ বেঞ্চখিনি গাঁৱৰ সৰু -সৰু ল'ৰা কেইজনৰ দ্বাৰা অনালে, বাঁহ কাটি আনি ৰভাৰ খুটা পোতাৰ পৰা কামি চচালৈকে নাউচানা মহিন্দ্ৰহঁতে কৰিলে। শিল্পীৰ সিদিনা গাত তত্ নাই। ইফালৰ পৰা সিফালে গৈছে, কামলাবোৰক নিৰ্দেশ দিছে, মঞ্চখন সজাওঁতে আঁৰ-কাপোৰখন কেনেভাৱে থাকিব লাগিব নজৰ কৰিলে। যোগেন, খগেন, পুলনহঁতৰো গাত তত্ নাই। যোগেনে তদাৰক কৰি আছে অভিনেত্ৰী দুজনীক। তেওঁলোকে খোৱা-লোৱা থকা-মেলাত কষ্ট পালে গাঁৱৰ বদনাম হব—এই কথা গাঁৱৰ আটাইকেইটি যুৱকে হৃদয়ঙ্গম কৰিছে। কৰা নাই মাত্ৰ পাখিৰাম মহাজনহঁতৰ দলটোৱে। মঞ্চখনৰ কাৰণে কাপোৰৰ নাটনি হোৱাত ধুতি, বিছনাচাদৰ আদিও যাৰ য'ত যি আছিল আনি দিছে। বিমলা, সৰলাহঁতে পানী নিবলৈ আহোতে ক্ষন্তেক বৈ মঞ্চ-সজ্জা চাই গৈছে। বেচেৰীহঁতে মলিন মুখেৰে একোটা দীঘল হুমুনিয়াহ এৰিছে। যেন এডৰা কোমল ঘাঁহনি আগতৰাখি এজাক গৰু

থিয় হৈ আছে, একামোৰ ঘাঁহ খাব পৰা নাই—এনে লাগিছে সিহঁতৰ।

সাজ লগাৰ সময়ত প্ৰগতি পুথিভঁৰালৰ সম্মুখত তিৰ-বিৰ লণ্ঠন জ্বলি উঠিল। ড্ৰেছ ঘৰত সকলোবোৰ শিল্পী সমবেত হ'ল। চাহ-লুচি খাই সকলোৱে মুখত ৰং ঘহঁাত লাগি গ'ল। শিল্পীয়ে পেইণ্টিঙৰ আইডিয়া নোহোৱা বহুত কেইজনক চকুৰ ভ্ৰূ আৰু গোঁফ আঁকি দিলে। নিবেদিতা আৰু মানৱীহঁতে দুখন ধুতি আঁৰি বেলেগাই বহি মুখত পাউদাৰ ঘঁহিলে। আন আন মানুহ কিছুমানক কোন ক'ত থাকিব লাগিব, কোনে কি কৰিব লাগিব কাম ভগাই দিয়া হ'ল। আন কোনো উৎসৱত অংশ নোপোৱা কিছুমানেও ভলণ্টিয়াৰ হবলৈ পালে। টিকেট বেচিবলৈ দুটা কাউণ্টাৰ খোলা হ'ল। তাতে যোগেন আৰু বলীন্দ্ৰ থাকিল।

কিন্তু অতি দুখৰ বিষয়——টিকেট বিক্ৰী হ'ল মাত্ৰ পঞ্চলিশ টকাৰ। ওচৰৰ টাউনৰপৰা কেইজনমান ডেকা ল'ৰাই চাইকেল কৰি আহি এটকা দামৰ টিকেট কিনিলে।

শিল্পী, অভিনেত্ৰীহঁত আৰু ভলণ্টিয়াৰসকলৰ মুখৰ হাঁহি হৰিল। দুটামান অঙ্ক শেষ হোৱাৰ পাচত ৰভাতলি নিৰ্জন হৈ পৰিল। টাউনৰপৰা অহা ল'ৰা কেইটাও উঠি গ'ল।

লণ্ঠনৰ পোহৰত দেখিলোঁ শিল্পীৰ চকুৰে দুটোপাল পানী বাগৰি আহিছে।

পিচদিনা ৰাতিপুৱা অভিনেত্ৰী দুগৰাগীক বিদায় দিবলগীয়া হ'ল। কিন্তু টকা দিয়ে কৰপৰা? গাঁওখনৰ আটাইকেইটা উৎসাহী ডেকা লাহে লাহে আঁতৰ হ'ল। নিবেদিতা বৰুৱা আৰু মানৱী শইকীয়া খং, দুখ আৰু অপমানত অতিষ্ঠ হৈ উঠিল। দেখিলোঁ তেওঁলোকৰ চকুৰেও ধাৰাসাৰ পানী বাগৰি আহিছে। নিবেদিতাই চকুপানী মচি ক'লে--"এনে অৱস্থা হব বুলি জনা হ'লে কেতিয়াও ইয়ালৈ থিয়েটাৰ কৰিবলৈ নাহিলোঁহেতেন। আমাক মানুহবোৰে সন্মান আৰু মৰম কৰিবলৈ শিকাৰ দিন এতিয়াও অহা নাই। কিন্তু এই মানুহবোৰে এদিন বুজি পাব লাগিব।" শিল্পীয়ে তেওঁলোকক বুজালে--"আপোনালোকে নাকান্দিব, মই যেনে হ'লেও আপোনালোকৰ প্ৰাপ্যখিনি দিম।" এই বুলি শিল্পী পোন বাটে ওলাই গ'ল । মোক কৈ গ'ল—"আপুনি এখেতসকলৰ লগত অলপমান বহক। মই এতিয়াই আহিছোঁ।" মই নৰ্বাক নিস্পন্দ হৈ আনালগা ধূপৰ দৰে কান্দি থকা নিবেদিতা বৰুৱা আৰু মানৱী শইকীয়াৰ ওচৰত বহি থাকিলোঁ।

এঘণ্টামান পাচত শিল্পী আহিল। অভিনেত্ৰী দুগৰাকীৰ হাতত টকা এশ গণি দি ক'লে—"আপোনালোকে একো খং আৰু দুখ নকৰিব।" মই এশ টকা দিলোঁ, আৰু এমাহ মোক সময় দিয়ক,মই আপোনালোকৰ ধাৰ পৰিশোধ কৰিম।" নিবেদিতাহঁতে একো নামাতিলে। বোধ হয় ভাবিলে—"দলৈৰ মাটিৰ কলা, কোবাই-ধোবাই যি পালা।"

তাৰ পাচত চাৰি বজাৰ বাচখনত তেওঁলোকক তুলি দি আহিলোঁ শিল্পী আৰু মই। গাড়ীৰ ঠাইৰ পৰা একফাৰ্লংমান ৰাস্তা খোজ কাঢ়ি আহোঁতে শিল্পীয়ে তলমুৰকৈ

আহি থাকিল। মোক এবাৰ কথাও নুসুধিলে। টকা ক'ৰপৰা সমগ্ৰহ কৰিলে—এইবাৰ কথা সুধিবলৈ ও মই সাহস নকৰিলোঁ।

দুয়ো আহি মঞ্চৰ মাজত চেয়াৰ দুখন টানি আনি বহিঁলো। শিল্পীয়ে এটা বৰ দীঘলকৈ হুমুনিয়াহ এৰি ক'লে—"জীৱনত এই এটা নতুন শিকনি পালোঁ বৰুৱা। মানুহবোৰে বাৰু আমাক কিয় নুবুজিলে। আমি জানো অপৰাধ কৰিলোঁ?" মোৰ মুখৰ মাত নাইকিয়া হৈ গৈছিল ইতিমধ্যে। এই এটা দুৰ্যোগৰ মুহূৰ্তত কি উপায় বুদ্ধি দিম একো ভাবি নাপালোঁ।

ইয়াৰ পিচ মুহূৰ্তৰ ভিতৰতে এটা হুলস্থুল লাগি পৰিল। শিল্পীৰ মাকে আহি আমাৰ আগত বুকুত ভুকুৱাই কান্দিবলৈ ধৰিলে। কান্দি-কান্দি মাকে ক'লে—"তই বেটা হৈ মোক এই কামৰ কিয়া খালি ঐ। মই হাঁহ পাৰ বেচি বেচি ইকিটা টকা সাঁচিছিলু, তই মোক এই কামাৰ খাবা নালাগিছিল।" কান্দনৰ লগে লগে তেওঁ মাটিত মূৰটো থেকেচি দিলে। দেখিলে অনুমান হব— যেন এইমাত্ৰ তেওঁৰ বুকুৰ সন্তান এটিৰ মৃত্যু ঘটিছে। লগে লগে নিৰ্জন মঞ্চখন মানুহেৰে ভৰি পৰিল। গাঁৱৰ জীযৰী, ল'ৰা বুঢ়া সকলোৱে দৌৰি আহি আমাক বেটি ধৰিলেহি।

কাৰো মুখত কথা নাই। কেৱল শিল্পীৰ চকুৰে ধাৰাসাৰ পানী বাগৰি আহিল। মোৰো মন আৰু চকু সিক্ত হৈ আহিল। মাকক বুজালোঁ—"আপুনি নাকান্দিব জেঠাইদেউ, আপোনাৰ এই টকা আমি তুলি দিম।" উত্তৰত শিল্পীৰ মাকে যিবাৰ কথা শুনালে সেই কথা মই ব্যক্ত নকৰোঁ, কিন্তু শিল্পীয়ে আহি মোৰ হাতত ধৰি ক'লে—"মাৰ কথাত খং নকৰিব বৰুৱা। আমাৰ মানুহে সহ-অভিনয়ক মৰ্য্যাদা দিবলৈ শিকা নাই—গতিকেই আমি দুখ, অপমান, নিন্দা-গঞ্জনা সহ্য কৰিব লাগিব। দিন এটা আহিব—সেই দিনলৈ আমি পৰম ধৈৰ্য্যেৰে বাট চাব লাগিব।"

সুদীৰ্ঘ কেবাটাও বছৰৰ মূৰত আজি কিয় জানো এইজন শিল্পীলৈ আৰু সেইখন গাঁৱৰ পাখিৰাম মহাজনহঁতলৈ বৰকৈ মনত পৰিছে।

———— ০ ————

# গাঁৱলৈ যাওঁতে

গাঁৱলৈ গৈছিলোঁ ভালেমান দিনৰ মূৰত। গাঁৱত মোৰ তেনেকৈ আপোনাৰ মানুহ নাই। মা-দেউতাইঁতক আমি চহৰতে ৰাখিছোঁহি। হ'লেও নিজৰ ওপজা গাঁওখনলৈ মনত পৰে। গাঁৱৰ প্ৰকৃতিয়ে মোক প্ৰায়ে হাত বাউল দি মাতে। গাঁৱৰ সেউজীয়া ধাননি পথাৰ, কুলু কুলু সুৰে বৈ যোৱা জুৰি, পদুলিয়ে পদুলিয়ে ৰোৱা বকুল, নাৰিকল, শেৱালিৰ গছ, ৰাজহাঁহ, পাতিহাঁহ, পানী পৰুৱা চৰি থকা পুখুৰী, নাগেশ্বৰ গছৰ তলত সজা গাঁৱৰ গোসাঁই ঘৰ, আম-কঠাল, লেটেকু-পনিয়লে ভৰি থকা বস্তি, পথাৰৰ মাজৰ সৰু সৰু আলিত দুবৰি বন কামুৰি থকা ছাগলী পোৱালী, আধাপকা আহুধানৰ পথাৰত বৰশী বাই থকা উৰ্মিলা, যামিনী, বিমলাইঁতক মোৰ বৰ ভাল লাগে। কেতিয়াবা মন যায—এই সেউজীয়া পথাৰবোৰৰ মাজেৰে দৌৰি ফুৰিম যেন। কিন্তু জীৱনৰ জীৱিকা নিৰ্বাহৰ পথ বিচাৰি মই থাকিবলগীয়া হ'লো চহৰত। সেয়ে গাঁৱলৈ যাবলৈ প্ৰায় সময় নাপাওঁ। কিন্তু এইবাৰ খুৰীদেউইঁতে বৰকৈ মাতি পঠিয়াইছিল—গাঁওখনলৈ একেবাৰে পিঠি দিলিয়েইনে? আমি কেনেকৈ আছোঁ, খাইছোঁ এবাৰতো চাই যাবহি পাৰ। সেয়ে সাত বন কাটি কৰি থৈয়ো গাঁৱলৈ গৈছিলোঁ।

আমাৰ গাঁওখনলৈ যাবলৈ বৰ কষ্ট। ভিতৰুৱা গাঁও। ওচৰত তেনে কোনো বিখ্যাত চহৰো নাই। ৰেল-জাহাজ একো নচলে। মাত্ৰ কেইখনমান বাচ চলে। তাকো বাচ বুলিব নোৱাৰি—কাঠেৰে সজা অলপ দীঘল বাকচ বুলি ক'লেহে বেছ শুৱায়। তাতে আকৌ বহা ঠাইৰ শ্ৰেণী আছে। দুটা প্ৰথম শ্ৰেণী আৰু এটা তৃতীয় শ্ৰেণী। প্ৰথম শ্ৰেণীৰ চিটত ছটাৰ ঠাইত আঠটামান মানুহ বহুৱায়। ইমাৰ্জেঞ্চিৰ কাৰণে দুটা বেঁতৰ মুঢ়াও ৰাখে। মানুহ বোৰে "বাহিৰলৈ হাত মূৰ নুলিয়াব" বুলি বগা ৰঙেৰে লিখি থোৱা আখৰ কেইটা পঢ়ে যদিও বাহিৰত হাত-মূৰ নাৰাখিলে ভিতৰত ৰখাৰ ঠায়েই নাই। তৃতীয় শ্ৰেণীৰ কথা মই কোৱাই নাই। ইয়াত মানুহবোৰক ঠিক সৰিয়হৰ বস্তা বোজাই দিয়াৰ দৰে ভৰাই লয়। গাড়ীখন চলিবলৈ আৰম্ভ কৰাৰ লগে লগে মানুহবোৰৰ মাজত নানা ৰকম আপত্তিৰ হৈ-চৈ উঠে—"হেৰি আপোনাৰ চকু আছে নে নাই হে, গাৰ ওপৰতে যে ঠেংখন তুলি দিছে?"—"গাৰ ওপৰত কিয় মূৰত তুলি দিবও লাগিব। কত ৰাখিম ঠেং জাগা ন'হলে?" "হেৰা ডাইভাৰ, গাড়ী আস্তে আস্তে চলাবাহে, মানুহ মাৰ যাব" ইত্যাদি। ড্ৰাইভাৰে কিন্তু চলায়েই থাকিব। যাত্ৰাৰ মাজত খুন্দিয়া-খুন্দি লাগি কাৰোবাৰ নাক-মুৰ ভাগিব।

ময়ো ঠিক এনেকুৱা পৰিস্থিতিৰ বাচ এখনতে যাব লগা হৈছিল। বহুল নদীখন ফেৰীৰে পাৰ হোৱাৰ লগে লগে বাচৰ হেন্দীমেন-বোৰৰ উশাহ-নিশাহ্‌ পাহৰা চিএঞৰ-বাখৰ, যেনে—"আহক আহক বাগ্ৰা-জলোৱা কত্ৰ-সমাৰকুছি, দাজো-হৌলাশাল" ইত্যাদি শুনিহে কোনখন বাচ অনুমান কৰিব লগা হৈছিল। খুব খৰকৈ চিএঞৰা কাৰণে সিহঁতৰ ঠাইৰ নামবোৰো উচ্চাৰণৰ বিভ্ৰাট ঘটে। আচলতে বাগ্ৰা-জলোৱাৰ ঠাইত জাগাৰা-বলোৱা, কত্ৰ-সমাৰকুছিৰ ঠাইত সত্ৰ-কমাৰকুছি, দাজো-হৌলাশালৰ ঠাইত হাজো-দৌলাশাল আদিহে হব লাগে। এইবোৰ ঠাইৰ নাম। তালৈকে বাচবোৰ যায়। বাচখনৰ ওচৰলৈ গৈ সুধিলোঁ—"বহা ঠাই হ্‌বনে?" ড্ৰাইভাৰজনে বাচৰ বডিটোত আউজি চিগাৰেট হুপি আছিল। বাচৰ একেবাৰে ওপৰত বহি চিএঞৰি থকা, ক'লা বস্ত্ৰ পৰিধান কৰা ল'ৰা এটাৰ পিনে চাই ক'লে—"হেই নামি আহ্‌, এখেতক আগত মুঢা এটাত বহুৱাই দে।" সি নামি আহিল। —"আঁহক আঁপুনাক বঁহুৱাই দিছোঁ" বুলি নাকেৰে মাতি বাচৰ দৰ্জাখন গিৰিমকৈ খুলি মোক একপ্ৰকাৰ টানি নিয়াৰ দৰেই নি ঠিক ড্ৰাইভাৰৰ চিটৰ কাষতে মুঢাটোত হেঁচা মাৰি বহুৱাই দিলে।

আহাৰ মাহৰ পিঠি ফটা ৰ'দ। বাচৰ ইঞ্জিনৰ গৰম। পেট্ৰলৰ গন্ধ। বাচৰ ভিতৰৰ ষাঠি-সত্তৰজন মানুহৰ বিড়ি-চিগাৰেট আৰু গাৰ গন্ধে মোক একেবাৰে বিব্ৰত কৰি দিলে। গাৰপৰা টপ-টপকৈ ঘাম বৱলৈ ধৰিলে। ৰুমালেৰে কপালখনৰ ঘামবোৰ মচিবলৈ ধৰিছোঁ—ঠিক তেনেতে তৃতীয় শ্ৰেণীৰ বহা ঠাইৰপৰা মোক মাত লগালে—"অ' এইটো বাপা হয়নে? গাঁৱত যাবা নেকি?" গাঁৱত সকলতে মোক সকবোৰে বাপা বুলি মাতিছিল। ঘূৰি চালোঁ। কোনে মাতিলে চিনি নাপালোঁ যদিও মই চিনাৰ ভাও ধৰি ক'লোঁ—"হয় গাঁৱলৈযেতো আহিলোঁ।" অলপ সময় ভালদৰে নিৰীক্ষণ কৰি অনুমান কৰিলোঁ মানুহজন আমাৰ চুবুৰীয়া গাঁও এখনৰ মানুহ। গাঁৱৰ মাইনৰ স্কুলৰ আগত আমাৰ লেজাৰৰ সময়ত চেনিচম্পা কলৰ দোকান দিছিল। কিন্তু স্বাস্থ্যৰ একেবাৰে অবনতি ঘটিছে। গালৰ হনু ওলাই হাত-ভৰিবোৰ তেতেৰা পৰিছে। বাচৰ লোহাৰ চিকত হাত দুখনেৰে খামোচ মাৰি ধৰি মোক ক'লে—"তেনেহলে চিনি পাইছা নহয়। মই ভাবিছিলোঁ একেবাৰে চিন পাহৰিয়েই গ'লানেকি? তোমালোকে মোৰ কল খাইয়ে ডাঙৰ মানুহ হ'লা" বুলি কৈ হিঃ হিঃকৈ হাঁহি এটা মাৰিলে। বাছৰ সকলোবোৰ মানুহে তেওঁৰ আৰু মোৰ পিনে চাবলৈ ধৰিলে।

গাঁৱৰ মানুহে মোৰ লগৰ কথা পাতিবলৈ আবিলে মই পৰম আগ্ৰহত তেওঁলোকক অভ্যৰ্থনা জনাব লগা হয়। মোৰ কথা পাতিবলৈ ইচ্ছা নাথাকিলেও কেতিয়াবা জোৰ কৰিয়েই পতিব লগা হয়। নহ'লে মানুহবোৰে অসন্তুষ্ট হৈ নানা ৰকমৰ বেয়া মন্তব্যও কৰি পেলায। অৱশ্যে সময়মতে মানুহবোৰৰ লগত দুই-চাৰিষাৰ কথা পতা একো লোকচানৰ কাম নহয়। আজিও মানুহজনৰ লগত ঠিক যেন গতানুগতিকতা ৰক্ষা

কৰিবলৈকে সুধিলোঁ—"তুমিও বোধহয় কিবা কামত আহিছিলা টাউনলৈ? ঘৰৰ পিনে গাঁৱৰ পিনে ভালনে?" তেওঁ দীঘলকৈ হুমুনিয়াহ এটা এৰি মোক ক'লে—"এ ঘৰৰ কথা আৰু নুসুধিবা। তোমাৰ খবৰ কোৱাচোন বাৰু। তুমি এতিয়া কি কৰি আছা? পঢ়ি আছা নে চাকৰি-তাকৰি কৰিছা?" মই কি কৰি আছো তেওঁক খবৰ দিলোঁ। মই যোৱা বাচখনত তিনিজনী ছোৱালী যাত্ৰীও আছিল। দুজনীয়ে ফ্ৰক পিন্ধিছে, এজনীয়ে মেখেলা-চাদৰ। অনুমান কৰিলে দেখাত এনেয়ে অন্ততঃ অষ্টমমান নৱমমানত পঢ়া ছাত্ৰী বুলি ধৰিব পাৰি। মানুহজনৰ লগত কথা পাতোঁতে তেওঁলোকেও মোৰ পিনে চাই মাচাক-মিচিককৈ হাঁহি আছিল। অলপ সময় কথা পতাৰ পাচত মানুহজনৰ নামটো মোৰ মনত পৰিছিল—যোগেন্দ্ৰ। সকলোৱে যোগীন বুলি মাতিছিল। এইবাৰ যোগীনে মোক ক'লে, "বাপাই এম-এ পাছ কৰি আৰু নপঢ়িলা নেকি?" মই নপঢ়া বুলি ক'লোঁ। যোগীনে পুনৰ ক'লে—"কিয় সময় হ'লে ভাল আছিল। চিটোও পাছ কৰি থব লাগিছিল।" অলপ সময় "চি" মানে কি বুজি পোৱা নাছিলোঁ। তাৰ পিচতহে বুজিলোঁ চি মানে—এম-এচ, চি। যোগীনক বুজাই দিলোঁ—এম-এ পাছ কৰি আৰু চি পঢ়াৰ দৰকাৰ নাই আৰু তেনেকৈ পঢ়িবও নোৱাৰি বুলি ছোৱালী কেইজনীয়ে পুনৰ হাঁহিলে।

কিছুদুৰ গৈ বাচখন ৰ'ল। মানুহবোৰে চিঞৰি উঠিল—"হেৰি ডাইভৰ, কিয় গাড়ী ৰাখিলাহে? যাব দিয়া।" বাচখনৰ একেবাৰে পিচত বহি, বাহিৰলৈ হাত-মুৰ উলিয়াই বাটত যাত্ৰী দেখিলে—"বচ ৰাখি দিয়া। বচ যাবা দিয়া" বুলি চিঞৰি থকা ল'ৰাটোৱে ক'লে—"ইয়াতে চব মানুহ নামিব লাগিব। দলং বেয়া আছে। হেঁচা-খুন্দাত তৎ নাপাই, বাছৰ মূধৰ চিকডালত কোনো ৰকমে খামোচ মাৰি ধৰাসকলে পট্‌কৈ নামিল কিজানি বাহিৰত অলপ উশাহ পাযেই। কিন্তু বহি থকাবোৰে নামি যাব নুখুজিলে। ল'ৰাজনে পুনৰ চিঞৰি উঠিল—"নহব নহব, চব মানুহ নামিব লাগিব। নহ'লে গাড়ী নাযায়।" তেতিয়া আৰু কেইজনমান নামিল। কেজনমানে টোপনি অহা ভাও ধৰি কুঁচিমুচি বহি থাকি ল। যোগীনো নামি নগ'ল। ছোৱালী কেজনীও নামি নগ'ল। আৰু নামি নগ'ল প্ৰথম শ্ৰেণীৰ মানুহবোৰ।

ভালেমান সময় চিঞৰ-বাখৰ কৰিও নামি নোযোৱা মানুহ কেজনৰ সৈতে দলংখন পাৰ হ'ল। দলংখনৰ আচলতে তেনে কোনো দেখাত খতি-খুন নাই। কিন্তু বেচি বোজাই থকা মটৰ উঠিলে বহি যায়। পি ডব্লিউ ডি বাটৰ দলং। ঠিকাদাৰে টকা খাই শাল কাঠৰ ৰঙ কৰি পমা কাঠ দি থৈছে। গাড়ীখন পুনৰ চলিল। যোগীনে পুনৰ আৰম্ভ কৰিলে—"অ' তুমি আজি কালি পৰ্‌ফেচাৰ হৈছা নহয়। দৰমহা কিমান পোৱা এতিয়া?" কবলৈ মোৰ লাজ লাগিছিল। তথাপি এইবোৰ মানুহৰ আগত নক'লেও নহয়। ক'লোঁ। "কি, ইমান কম? পৰ্‌ফেচাৰ হিচাপে বহুত পাব লাগিছিল। তেনাহলি আমাৰ মাণিকৰ দৰমহাই ভাল। চাহ বাগানত কাম কৰে। পাঁচশ মান পায় মাহে।"

যোগীনে মন্তব্য দিলে। মানুহবোৰে মোৰ পিনে, যোগীনৰ পিনে এবাৰ খং বিৰক্তি আমনি আৰু ঔৎসুক্যৰে চাবলৈ ধৰিলে। কিয়নো যোগীনে কথাবোৰ ইমান চিঞৰি চিঞৰি পাতিছিল যে কাষতে থকা মানুহকেজনে কাণত তুলা সুমুৱাই ৰাখিব লগা অৱস্থা।

বাচ গৈ থাকিল। মুঢ়া এটাত বহি গৈছোঁ। পিঠিখনো কতো আওজাই থব নোৱাৰি। ভৰি দুখনো অলপ পোনাই দিব পৰা নাই। গাটোও অকণ ইফাল সিফাল কৰিব নোৱাৰি। হাত-ভৰিবোৰ একেবাৰে জঠৰ হৈ গৈছে। আৰু এনে লাগিছে যেন মই একুৰা জুইৰ মাজতহে বহি আছোঁ। ভাপত সিজোৱা আলুৰ দৰে যেন সিজি গৈছোঁ। গাড়ী গৈ আছে। ভাৰা লোৱা ল'ৰাজনে এইবাৰ হুলস্থুল লগাইছে। এজন যাত্ৰী কদমতলাত নামিব। ভাৰা পোন্ধৰ পইচামান কম হয়। যাত্ৰীজনে কাকুতি কৰিছে—"সদায় ইমানখিনি ভাৰা দি আহোঁহে। আজিহে তোমাৰ বাচত আহিছোঁনে? সদায় যি দিওঁ আজিও সেই দিম।" চেকাৰজনে কৈছে, "আমিও আজিহে গাড়ী চলাইছোনে? সদায় এইদৰে লওঁ। যিটো ৰেত' সেইটো দিব লাগিবই। পইচা নাই যদি কিয় উঠিছিলা? নামি যোৱা।" কাজিয়া লগা মেকুৰীৰ দৰে যাত্ৰীজনে চকু মুখ থিয় কৰি এইবাৰ ক'লে—"হেৰা পইচা কিয় নহবহে? তুমি কি যেন ভাবা? পোন্ধৰটা পইচাৰ কাৰণে দুখীয়া হৈ যাম নেকি? তেনে কথা নকবাচোন।" চেকাৰজনে ক'লে—"তেনে কথা নকওঁ, পইচাখিনি দি দিয়া। তোমাৰ বাপেৰৰ ঘৰৰ গাড়ী নহয়।" আচলতে যাত্ৰীজনৰ লগত পইচা নাই।

এইবাৰ যোগীনৰ ভাৰা খুজিলে। তেওঁ ক'লে—"আগত দিব। চেকাৰজনে সুধিলে—"আগত কোনে দিব?" যোগীনে মোক দেখুৱাই দি ক'লে—" মোৰো ভাৰাখিনি দি দিয়া। মই হতবাক হৈ গ'লোঁ। যাত্ৰীকেইজনমানে হিঃ হিঃ কৈ হাঁহি দিলে। ছোৱালীকেজনীয়ে নাহাঁহি তলমুৰ কৰিলে এইবাৰ। মই ভাৰাখিনি দি দিলোঁ। যোগীনে বেলেগৰ ফালে চাই মোক শুনা শুনাকৈ প্ৰশংসা কৰিলে—"বৰ ভাল মানুহ। দুখীয়া-কাঙালক সহায় কৰে। সৰুতে বৰ কষ্ট কৰি পঢ়িছিল। এতিয়া বাপাহঁতৰ সুখ হৈছে।" যোগীনৰ দৰে আৰু দুজনমান তেনে চেহেৰাৰ মানুহে কথাখিনি কাণ পাতি শুনিলে। তেওঁলোকে আইতাকে কোৱা সাধুকথা শুনাৰ দৰে আগ্ৰহ প্ৰকাশ কৰিলে। বাচৰ জোকাৰণিক, গৰমক তেওঁলোকে কেৰেপ কৰা নাই।

গাড়ী গৈ থাকিল। হঠাতে ড্ৰাইভাৰে ব্ৰেক্ মাৰি গাড়ীখন ৰাখি দিলে। মানুহবোৰ ইজনৰ ওপৰত সিজন পৰি কাৰোবাৰ নাক ভাগিল, কাৰোবাৰ আঘাত লাগিল। আৰু লগে লগে হৈ চৈ এটা লাগি পৰিল। সকলোবোৰ যাত্ৰীয়ে সমস্বৰে কৈ উঠিল—"হেৰা ডাইভৰ মদ খাই গাড়ী চলাইছা নেকিহে? মানুহ মাৰিবা দেখোনহে?" ড্ৰাইভাৰে নিজে নিজে কবলৈ ধৰিলে—"চালা চুবৰৰ বাচ্চাচবে ৰাস্তাত ছাগলী বান্ধি ৰাখিব। একদম চেপিকেনি তক্তা বনাই দিব পাৰোঁ।" ছাগলীজনী মাৰিব নোৱাৰিলে। তৎক্ষণাত ব্ৰেক্

ধৰাত মানুহবোৰহে মাৰিব ধৰিছিল। মযো খুন্দা এটা খাইছিলোঁ—ভাগ্যে যেনিবা খুন্দাটো মেখেলা পিন্ধা ছোৱালীজনীৰ গাত পৰিল। তায়ো এবাৰ —আই ঔ মৰিলোঁ ঔ, বুলি চিঞৰি উঠিছিল।

গাড়ী পুনৰ চলিল। ড্ৰাইভাৰে মানুহবোৰে কোনোৱে কাৰো কথা নুশুনি নিজে নানা ৰকমৰ মন্তব্য কৰি গ'ল। কিছুমানৰ মতে চৰকাৰী আলিৰ ওপৰত ঘৰ থকা মানুহবোৰহে বেয়া। ল'ৰা-ছোৱালী, গৰু-ছাগলী বাটত এৰি দি ৰং চায়। বেমাৰী গৰু-ছাগলীবোৰ বাটত ৰাখিব যাতে গাড়ীৰপৰা দাম আদায় কৰি লব পাৰে। মানুহবোৰৰ কথা-বতৰাৰ মাজতে যোগীনে মোৰ লগত পুনৰ কথা আৰম্ভ কৰিলে—"অ' বাপা, তুমি বোলে আজি কালি খবৰৰ কাগজত কিতাপ ছাফা কৰা হয়নে? সিদিনা আমাৰ গাঁৱত তোমাৰ কথা ওলাইছিল। কিবা বোলে থিয়েটাৰৰ কথা ছাফাইছা, বৰ ভাল বুলিছে মানুহবোৰে।" মই মুখেৰে একো নামাতিলোঁ, মাত্ৰ যোগীনৰ মুখৰ পিনে চাই হাঁহি এটা মাৰিলোঁ উত্তৰ স্বৰূপে।

গাড়ী গৈ থাকিল। এক নম্বৰৰ প্ৰথম শ্ৰেণীৰ চিটত ছোৱালী কেজনীৰ ওচৰতে দুজন ডেকা ল'ৰা বহি আছিল। বহুদূৰৰ পৰা মই লক্ষ্য কৰি আছিলোঁ দুয়োৰে মুখত মাত-বোল নাই। একেবাৰে চাপ-চুপ বহি আহিছে ড্ৰাইভাৰৰ ঠিক পিচতে। দুয়োৰে মুখৰ চেহেৰাও একেবাৰে মলিন—পৰীক্ষাত ফেল কৰি মান্যজনৰ আগত দেখা দিয়া ল'ৰাৰ চেহেৰাৰ দৰে। আকৌ ভালদৰে নিৰীক্ষণ কৰিলে দেখা যায় ক্ৰমে ক্ৰমে দুয়োৰে মুখ দুখন যেন শেঁতা পৰিও আহিছে—ঠিক যেন ৰাতিপুৱাই মাৰি থৈ আবেলি বেচিবলৈ অনা দুটা বৰালি মাছহে। হঠাতে তাৰে এজন ল'ৰাই আনজনৰ খুব জোৰকৈ চাপৰ এটা মাৰি দি কলে—"গাড়ীখন ৰাখিব দিয়াহে।" লগে লগে সিজন ল'ৰায়ো ড্ৰাইভাৰৰ গাত তেনে এটা চাপৰ মাৰি ক'লে—"হেৰি! গাড়ীখন অকণ ৰাখকচোন, এওঁ অলপ বাহিৰত যাব লাগে।" ড্ৰাইভাৰে গাড়ীখন ৰাখি ক'লে—"আৰুতো বেচিদুৰ নাই পামেই।" ল'ৰা দুজনে ড্ৰাইভাৰৰ কথালৈ কাণেই নকৰিলে। একপ্ৰকাৰ দৌৰি যোৱাৰ দৰেই গাড়ীৰ পৰা নামি বাটৰ দাঁতিতে দুয়ো বহি পৰিল। কাপোৰ-কানি খুলিবৰো একপ্ৰকাৰ সময় নোহোৱাৰ দৰেই। ইফালে বাছৰ ভিতৰত যাত্ৰীবোৰৰ মাজত হৈ-চৈ লাগিল বোলে" এনে নাড়ী ঢিলা মানুহ বাচত নহাই ভাল," "এ ভাই তেনেকৈ নকবি ৰচোন, হাগা চাৰনে বাঘা চাৰ বুলি এটা কথা আছে। বেচেৰাহঁতে ৰাখিব নোৱাৰিলে আৰু" ইত্যাদি নানা ৰকমৰ মন্তব্য প্ৰকাশ কৰি কিছুমানে খিৰিকীৰে "দিয়া হ'ল নে নাই হেঁ – বুলি মাতিবলৈও লাগিল। দুয়ো আহি গাড়ীত সোমল। দুযোৰো শেঁতা পৰা মুখ দুখন এইবাৰ লাজত ৰঙা পৰিল। গাড়ী গৈ আছিল। যোগীনে মাত দিলে—"বাপা, বিয়া-বাৰুৰ কথা একো ভাবা নাইনে? শুনিছোঁ কোনোবা পূৰ্ণ হাজৰিকাৰ ছোৱালী চাইছা বোলে। বৰ ধুনীয়া ছোৱালী হেনো। ভাল হব দিয়া বাপা । তোমাৰ এটা কথা কওঁ—ছোৱালী সদায় ভাল

জাত চাইহে বিয়া কৰাবা। বোলে 'ধুন মাৰে ধুনীযা তুলি মাৰে খোপা, সেইজনী ধুনীযাৰ বাহৰ তলত জোপা।' মোক কিন্তু বিয়াত মাতিবা। আৰু এটা কথা, তোমাৰ বিযাখন আচলতে গাঁৱত পাতিব লাগিছিল। বহুতে আশা কৰি আছিল।" হ'লেও আমি টাউনতে যাম। মই একো নামাতি এইবাৰো হাঁহি এটা মাৰিলোঁ। ছোৱালী কেজনীযেও মাচাক-মিচিককৈ হাঁহিলে। মই মনে মনে ভাবিলোঁ—মানুহবোৰে ইমান খবৰ ৰাখে।

যথা সময়ত যথা স্থানত বাচ থামিল। যথা সময় বুলি ঠিক কোৱা নাযায়। ঘন কলৰ অন্ধকাৰে পৃথিৱীখন ঢাকি ধৰিলে। মানুহ-বোৰৰ মুখবোৰ ভালদৰে চিনিব নোৱাৰা আন্ধাৰ। যাত্ৰীবোৰৰ বাচৰ পৰা হৈ-চৈ কৰি নামিল। ছোৱালী তিনিজনী আৰু ডেকা ল'ৰা দুজনো নামি আদি মোৰ ওচৰত থিয় হৈ ক'লে--"আমি যাওঁ দিয়ক। কাইলৈ আমাৰ সেই পিনেও এবাৰ যাবচোন। আজি কালি আমাৰ গাঁৱত এখন ছোৱালী হাইস্কুল হৈছে নহয় ?" মই আটাইকে ইটাৰে নাম-ধাম সুধি মৰম কৰি তেওঁলোকক বিদায দিলোঁ। যোগীন মোৰ কাষতে থিয হৈ আছিল। মোক ক'লে--"বাপাৰ কিবা লব লগা আছে যদি মোক দিযা।" মই নাই বুলি ক'লোঁ। বাচ ৰখা ঠাইৰ পৰা আমাৰ গাঁৱলৈ আকৌ চাৰি ফাৰ্লংমান বাট খোজ কাঢি যাব লাগে। ইতেমধ্যে মই খোজ ললোঁ।

যোগীনো মোৰ লগে লগে আহি আছিল। কুৰিটামান খোজ দিযাৰ পিচতে যোগীনে মোক মাত দিলে—"বাপা শুনাচোন কথা এটা কওঁ। তুমিতো মোৰ ঘৰৰ খবৰ লোৱাই নাই।" যোগীনৰ সঙ্গক মই অথনিৰেপৰা আমনি পাই আহিছিলোঁ। সেযে ঘৰৰ খবৰ লবলৈ মোৰ সিমান উৎসুকতা নাছিল। আনকি তেওঁক কেতিয়া এৰিব পাৰি তাৰেহে চিন্তা কৰিছিলোঁ। আন্ধাৰ ৰাতি কাৰণে মোৰ মুখখনত প্ৰকাশ পোৱা বিৰক্তিটো ঢাকি ৰাখি ব পাৰিছিলোঁ। মোৰ কথা-বতৰাত যোগীনে অলপ অমনোযোগিতা অনুভৱ কৰিছিল অৱশ্যে। গাড়ীত কথা পতাৰ দৰে সমান উৎসাহ এইবাৰ তেওঁৰ কথাত দেখা নগ'ল। মই অলপ সন্ত্ৰস্ত হৈ ললোঁ যোগীনে মোক কি ঘৰৰ খবৰ শুনায। মই ঘৰৰ খবৰনো কেনে বুলি সুধিলোঁ।

এটা যেন ফিৰিঙতি উমি উমি জ্বলি আছিল বনৰ বতাহ লাগি দপদপকৈ জ্বলি উঠিল—এনেদৰে যোগীনে হুকহুককৈ কান্দিবলৈ লাগিল। গধূলিৰ আন্ধাৰৰ নিৰৱতা। এখন ধাননিপথাৰৰ মাজেৰে যোৱা আলি এটাৰে আমি গৈছিলোঁ। চহৰৰ গতিশীল সভ্যতাৰ ইয়াত কোলাহল নাই। যোগীনৰ কান্দনটো যেন পকা আহুধানৰ গছত খুন্দা খাই খাই উভতি আহিছিল। মই তেওঁক শান্ত হবলৈ সান্ত্বনা দিলোঁ। যোগীনে ক'লে— "চোৱা বাপা জীৱনটো মোৰ দুখতে গ'ল। সৰুতে পঢ়া-শুনাও কৰিব নোৱাৰিলোঁ। তথাপি তাইক সুখত ৰাখিবৰ কাৰণে মই কি কৰা নাছিলোঁ। কিন্তু তাই মোক দুখ দি গুচি গ'ল। ল'ৰা এটা হৈছিল, তাকো তাই লগতে লৈ গ'ল। ল'ৰাটো হেনো তাইৰহে। মই লাজ-মান কাতি কৰি থৈয়ো তাইক তিনিবাৰ আনিবলৈ গ'লো। নাহিল। মোক অপমান

কৰিহে পঠালে। কালি সেয়ে টাউনলৈ গৈছিলোঁ ধৰণী উকিলৰ তাত কিবাকৰিব পাৰি নেকি ? পিছে উকিলক হেনো কেচটো লওঁতেই কমেও কুৰি টকা লাগে। কথাখিনি কৈ যোগীন অলপ শান্ত হ'ল।

বুজি পালোঁ যোগীনৰ বেদনা কোনখিনিত। মোৰো বৰ বেয়া লাগিল। যোগীনক কি বুলি বুজনি দিম একো ভাবিযেই নাপালোঁ। কৰুণতাখিনিযে মোক যেতিয়া অন্তৰত আঘাত কৰে তেতিয়া মই কব নোৱাৰোঁ। যোগীনে পুনৰ ক'লে—"বোপা, তোমাক এটা অনুৰোধ কৰোঁ—মোৰ এই কথাষাৰ্ ম ৰাখিবা। মোৰ এই ঘটনাটো তুমি খবৰ কাগজত ছাফা কৰি দিবাচোন। সকলোৱে জানক তাইৰ গুণৰ কথা। বাপা, ভগৱানে দেখি আছে, মোৰ অলপো দোষ নাই। টানে মস্কিলে মানুহ কেতিয়াবা লঘোনে থাকিব লগাত পৰে। সেইবুলি ছলি কোলাত লৈ বিয়াতা স্বামী কোনোবাই এৰি যায়নে? তুমি একেবাৰে সচা ঘটনা লিখি দিবা।"

আমি আহি গাঁৱৰ মুৰ পালোঁ। যোগীনৰপৰা মই বিদায় ললোঁ। তেওঁ মোৰ একেবাৰে ওচৰলৈ আহি ক'লে—"বাপা, মোক আঠ অনামান পইচা দি যোৱাচোন। আজি ঘৰত একো নাই। অলপ গুড় আৰু চাহপাত কিনি লৈ যাওঁ, চেনিতো পাবৰেই নাই আজি-কালি। বিনা বাক্যব্যয়ে পইচা আঠ অনা দিলোঁ। যোগীনে মোক এশবাৰমান আশীৰ্বাদ কৰিলে। কেইটামান খোজ দি এইবাৰ অলপ চিঞৰাৰ দৰে ক'লে—"অ' বাপা, মোৰ ঘটনাটো কেতিয়ামানে ছাফা হব?" মই মাত্ৰ—"ভাল বাৰু যোৱা," বুলি কৈ খোজ দিলোঁ।

গাঁৱৰ প্ৰকৃতিয়ে মোক হাত বাউল দি মাতে। আনন্দত আত্মহাৰা হওঁ। কিন্তু যোগীনহঁতৰ প্ৰকৃতিয়ে মোক আনন্দ দিবনে? সুৰিয়হৰ বস্তাৰ দৰে যাত্ৰা কঢ়িয়াই অনা বাচখনে মোক আনন্দ দিবনে? সেই কাৰণেই মনৰ পাল্লাখনত কেতিয়াবা আনন্দটো এফালে আৰু বেদনাখিনি জুখি চাওঁ—বেদনাৰ ওজন সদায় বেচি। হে প্ৰভু। যোগীনহঁতক তুমি সুখি কৰা, আজিৰ দৰে যাত্ৰী কঢ়িয়াই অনা বাচবোৰৰ অকণমান উন্নতি কৰি দিয়া।

———— ০ ————

# এদিন শহুৰ আহিছিল

এইবিলাক নিজৰ কথা আনক নোকোৱাই জ্ঞানী মানুহৰ কাম। তথাপি মই আপোনালোকৰ আগত কওঁ—কিজানিবা কিঞ্চিৎ উপকাৰ হয়েই।

এদিন শহুৰ আহিছিল।

ৰাতিপুৱা কিন্ কিনিযা বৰষুণ দি আছে। মাহঁত কোনো বিছনাৰপৰা উঠাই নাই। অলপ ফেৰ্ ফেৰিযা বতাহো বলিছে। ডাঙৰ ককাইদেউ পথাৰলৈ হাল লৈ গৈছে। বাকী ঘৰখনৰ আটাইবোৰ মানু হে বিছনাৰ উম ভাঙিব পৰা নাই যেনিবা। তেনেতে তেওঁ উঠি গ'ল। আনফালে এইখিনি সমযত তেওঁ বিছনা ত্যাগ কৰা মই কেতিযাও দেখা নাই মাকৰ ঘৰত কিমান পুৱাই উঠিছিল নাজানো। কিন্তু আমাৰ ঘৰলৈ অহাৰ পিচৰে পৰা তেওঁ সদায় আটাইবোৰতকৈ পিচত সাৰ পায। তেওঁ মানে ইয়াত শ্ৰীমতীৰ কথা কোৱা হৈছে। তেওঁৰ পুৰ্ণ নাম শ্ৰীমতী মহিমাপ্ৰভা দত্ত। পহিলাৰ 'ম'টো বাদ দি মাত-বোল কৰোঁ দেই। কিন্তু আনৰ আগত কব লাগিলে তেওঁ বুলি কওঁ।

আজি এনে কিন্ কিনীয়া বৰষুণত ইমান সোনকালে বিছনা ত্যাগ কৰি হাতত বাঢনীটাৰ লৈ লচ্ পচ্‌কৈ চোতালত ৰেখা দিবলৈ ধৰিলে। বাঢ়নীৰ ৰেখাৰ এনে শব্দ শুনি মই যেনেকৈ কাণ-মূৰ দাঙি বিছনাতে অলপ সন্ত্ৰস্ত হৈ কাণ পাতিলোঁ—মাহঁতেও নিশ্চয় তেনে কৰিছে। কিয়নো আজি অ'ত দিনৰ মূৰত আমাৰ ঘৰত এইটো নতুন কথা। এনে গোমা বতৰত ইমান ৰাতিপুৱাই কোনো দিন শ্ৰীমতী হিমাপ্ৰভা দত্তই হাতত বাঢনী লোৱা চকুত পৰা নাই।

মই আমাৰ দেউতাৰ তিনি নম্বৰ সন্তান। অৰ্থাৎ নুমলীয়া পো। ডাঙৰজন ককাইদেউ খেতিয়ক। আমাৰ ভালেমান খেতিৰ মাটি আছে। ককাইদেউ হৃষ্ট-পুষ্ট মানুহ। বগা, চিলচিলীয়া দুহাল বলদ আছে। খেতি কৰে। সৰুজন ককাইদেউৰ কথা মনত পৰিলে বুকু ফাটি যায়। কেনে ধুনীয়া চেহেৰা আছিল তাৰ। একে দিনাৰ জ্বৰতে যি ঢকাল। সি ঢুকুৱাৰ পিচৰে পৰা মা আৰু দেউতাও কিছু পৰিমানে লেহ্‌কা হৈ পৰিল। ডাঙৰ ককাইদেউৰ বিয়া পাতিলে। ছোৱালী চালে ৰাধাকুছি গাঁৱত। খেতিয়ক মানুহ। পঢ়া ছোৱালী নালাগে। কাম কৰা ছোৱালীহে দৰকাৰ। ঠিকেই, দেউতাই তেনে ছোৱালীকে বিচাৰি আনিলে। নবৌজনী বৰ ধুনীয়া। হাত-ভৰিবোৰ লহপহীয়া। গাল দুখন ৰঙা পৰি থাকে। বগা। দীঘল চুলি। পঢ়া-শুনা কৰিব নাজানে অলপো। কিন্তু ঘৰুৱা কামবনত একেবাৰে পাৰ্গত। নবৌৱে নোৱাৰা কাম মই দেখাই নাই। আমাৰ ঘৰখনলৈ আহি গোটেইবোৰকে তেওঁ শুশ্ৰূষা কৰিলে। অন্তৰৰ ভাব-ভাষা মৰম তেওঁৰ থুপখাই থাকে।

প্ৰকাশ কৰিব নোৱাৰে। আমি বুজি পাওঁ। সৰু ককাইদেউৰ অভাৱটো যেন পূৰণ কৰিলে।

দেউতা আৰু ককাইদেৱে অপৰিসীম কষ্ট কৰি মোক কলেজত পঢ়ুৱালে। ককাইদেউৰ ইচ্ছা—"আমি পঢ়িব নোৱাৰিলোঁ নাই, তাক মানুহ কৰিব লাগিব।" খেতি উঠিলে এহাল বলদ জুৰি গাড়ীখনত ধানৰ বস্তা তোলে। মাই ৰাতিয়েই ননৰা বিলৰ কাৱৈ মাছেৰে ৰন্ধা ঔৰ আঞ্জা আৰু কৰকৰা ভাত থৈ দিয়ে। মহমহীয়া গন্ধ। ওপৰত চামনি পৰি থাকে। কাঁথিৰ ৰাঙী ৰ'দত বহি থাকে খাই ককাইদেৱে গাড়ী খেদে টাউনলৈ। ধান বেচি আনি টকা মোলৈ পঠিয়াই।

কলেজীয়া জীৱনত হোষ্টেলত থাকি বৰ আৰাম কৰিলোঁ। দেউতা আৰু ককাইদেৱে হাড়ক মাটি, তেজক পানী কৰি অৰ্জাধনৰ শৰাধ কৰিলোঁ। তেওঁলোকে মোক কষ্ট দিয়াৰ অলপো পক্ষপাতী নহয়। মোৰো তেওঁলোকক দেখুৱাবৰ মন পঢ়া-শুনা কৰি। কিন্তু তেনেকৈ একো দেখুৱাব নোৱাৰিলোঁ। অৰ্থাৎ ককাইদেৱে ভবামতে মই ডাঙৰ মানুহ হব নোৱাৰিলোঁ। সেই দিনবোৰৰ কথা মনত পৰিলে আজিও মোৰ মনটো কিবা কিবা লাগে। কিমান মৰম কৰিছিল মোক এই নবৌজনীয়ে ।বন্ধত ঘৰলৈ আহোঁ। মই যিদিনা আহিম ঘৰখনত উলহ-মালহ। জাৰকালি হাত-ভৰি ধুবলৈ নবৌৱে পানী তপতাই দিয়ে। চাহৰ লগত দিবলৈ নাৰিকলৰ লাড়ু, তিল দিয়া পিঠা তৈয়াৰ কৰি ৰাখে। মাছ, দৈ, কণী, পাৰচৰাই আদি মোলৈহে যতনাই ৰাখে। মাইতৰ ধাৰণা মই যেন এইবোৰ টাউনত খাবলৈ নাপাওঁ। মই যিদিনাখন যাম চৰকাৰী আলিলৈ আটাইবোৰ আগবাঢ়ি আহে। ককাইদেৱে মোৰ বিছনা-পত্ৰ, নবৌৱে বান্ধি দিয়া লাড়ু-পিঠাৰ টোপোলা এটা, ইত্যাদি ভাৰ বান্ধি আনি বাচত তুলি দি যায়হি।

ইয়াৰ পিচত মোৰ পঢ়া-শুনা শেষ হ'ল। চৰকাৰী চাকৰি এটাতো সোমালোঁ। তাৰ পিচত বিয়াৰ বয়স হ'ল। ভালেমান ঠাইৰ পৰা ছোৱালী দিবলৈ মানুহ আগবাঢ়ি আহিল। দেউতাই মুৰত খদ্দৰৰ টুপী, গাত খদ্দৰৰ ধুতি-পাঞ্জাবী, হাতত লাঠী লৈ প্ৰায়বোৰ মানুহৰ ঘৰলৈকে গৈ ছোৱালীও চালে। মোকো ক'ৰবাত ক'ৰবাত "ছোৱালীজনী চাই আহগৈচোন "বুলি পঠালে। বহুতক পচন্দ অপচন্দ কৰাৰ পিচত মোৰ বিয়াখন সুকলমে হ'ল শ্ৰীমতী মহিমাৰ লগত।

মহিমাপ্ৰভা আমাৰ ঘৰখনলৈ অহাৰ পিচৰে পৰা ঘৰখনৰ ভালেমান পৰিবৰ্তন হ'ল। তেওঁ শিক্ষিতা ছোৱালী। দেখিবলৈও বৰ বেয়া নহয়। বিয়াৰ দিনাখন কইনা চাওঁতে অৱশ্যে গাঁৱৰ দুই-চাৰি তিৰোতাই আৰু মোৰ লগৰ বন্ধু-বান্ধৱে বেয়া বুলি (বেয়াৰ ভিতৰত এইকেইটা কথা আছিল—বয়স বেচি, মোতকৈ ওখ, চকুদুটা পিতল ৰঙৰ, ওপৰৰ পাৰি দাঁতৰ অলপমান আগবাঢ়ি অহা, ভৰিদুখন খৰম যুৰীয়া ইত্যাদি) মন্তব্য দিছিল। আমাৰ ঘৰখনে কিন্তু একো বেয়া নুবুলিলে। পঢ়ি থকা ছোৱালীৰতো অলপ বয়স বহুই। যিহওক শিক্ষিতা ছোৱালী হিচাপে তেওঁ প্ৰথম সপ্তাহত বৰ ভাল

কাম দেখুৱালে। ৰাতিপুৱাই গা-পা ধুই চাহৰ লগত খাবলৈ ডালডাৰে আটাৰ লুচি ভাজিলে। লুচিৰ লগত খাবলৈ আলু, কবি, বেঙেনা আদি পিযাজ-জলকীয়া দি ভাজী কৰিলে। কাপৰ তলত পিৰিচ দি চাহ দিলে। বেজীৰে হানি হানি টেবুলত পৰা কাপোৰত ফুল তুলিলে। নিজ হাতে কাপোৰ কাটি ব্লাউজ চিলালে। ফুলনিত ফুল সজাই থলে। ঘৰ-চোতালত পানী ছটিযাই ধূপ-ধূনা জ্বলালে গধূলি। মা আৰু নবৌৱে বৰ ভাল পালে। ছোৱালী ধইন ধইন বুলি আনৰ আগতো মাই বখানিলে।

পিছে দ্বিতীয় সপ্তাহত তেওঁৰ স্বৰূপটো ওলাই পৰিল। ৰাতিপুৱা বেলিকৈ উঠে। গা-ধুই বাথৰুপতে কাপোৰখিনি এৰি আহে। চাহৰ আখললৈ নাযায। চাহখোৱা পিৰিচ-পিয়লা মজিযাতে বাগৰি থাক—তুলি থওঁ বুলি হাতখন নেমেলে। বাকীবোৰ কামতো নকৰেই। নবৌৱে ঘৰ-কাঁথি মচে, গোবৰ পেলায, গোহালি চাফ কৰে, ঢেঁকীত চাউল উলিয়ায়, কাপোৰ ধোৱে, পথাৰলৈ যায। তেওঁৰ কোনো এলাহ নাই, ভাগৰ নাই, দুখ নাই। এটা মিনিটো বহি নকটায। এৰি কাটে, শালত কাপোৰ লগায়। ৰিহ-মেখেলাত ভমকা-ভমক ফুল বাছে।

কিন্তু সময়ে গতি সলালে। পৰিস্থিতিযে বাগৰ সলালে। ঘৰখনৰ মানুহবোৰ নিৰৱ হবলৈ আৰম্ভ কৰিলে। দেখিযেই বুজা যায কিবা এটা কেৰোণ সোমাল ঘৰখনত। কোনোৱে কাকো মুখেৰে এষাৰ নোকোৱাকৈ লাহে লাহে নবৌ আৰু হিমাৰ মাজত মনোমালিন্য হৈ আহিল। মা একেবাৰে গভীৰ, মৌন হ'ল, মুখত বকনি, ভেৰ-ভোৰণিযে বাহ ললে। নবৌ এলেহুৱা হ'ল। তেওঁৰ কামত মন নবহা হ'ল। ককাইদেৱেও মোক কমকৈ মাত-বোল কৰা হ'ল, মা অলপ বেচি বিপদত পৰিল। দুযোজনী বোৱাৰীযেককে একো নামাতি কিছুমান কাম নিজে নিজেই কৰিবলৈ ধৰিলে।

এই বিষযত সকলোতকৈ বেচি দোষৰ ভাগি হ'লোঁ মই। কিয়নো হিমাক মই একো নকওঁ, গালি নাপাৰোঁ, লাইদিছোঁ, মৰম কৰি মূৰত তুলিছোঁ ইত্যাদি মোৰ বদনাম। গাঁৱতো কথাটো ৰাষ্ট্ৰ হ'ল। আচলতে মই শ্ৰীমতী হিমাপ্ৰভা দত্তক একো কোৱা নাই। মই ভবিছিলোঁ শিক্ষিত ছোৱালী। তেওঁনো কাম কৰিব লাগে বুলি নাজানিবনে? তদুপৰি ময়ো এইবোৰ কথাত চকু-কাণ কৰা বৰ লাজৰ কথা বুলিয়েই ভাবোঁ। অলপ মৰমো লাগে দিয়কচোন, নতুনকৈ কইনা এজনী আনিছোঁ। কামত কষ্ট পালে মনটো মোৰেই বেযা লাগে। সেয়ে এইবোৰ কথাত একো নামাতিলোঁ। ধৰি ললোঁ এইবোৰ সাধাৰণ কথা সময়ত ঠিক হৈ যাব।

ঘৰখনত এনেকুৱা পৰিবেশ চলি থাকোঁতেই হঠাতে আজি শ্ৰীমতীযে কিনকিনীয়া বৰষুণত হাতত বাঢ়নী ললে। কঁকালত চাদৰৰ পেছ এটা মাৰি ঘৰ-কাঁথিবোৰ মচিবলৈ ধৰিলে। তেওঁৰ এই কাণ্ড-কাৰখানা দেখি নবৌ আৰু মা উঠি আহিল। তেওঁলোকৰ আজি আনন্দৰ সীমা নাই। নবৌৱে ক'লে—"এই বৰষুণখনত তিতি তিতি তইনো কেলেই

কাম কৰিবলৈ ধৰিছ? পাচে-পৰেও কৰিলে হ'লহেতেন নহয়।" কথাখিনিত এটা মৰম যুক্ত অভিযোগৰ সুৰ। মাই কলে—"এতিয়া এৰি আহ, বৰযুণখিনি কমিলে কৰিবি।" কিযে মৰম মাৰ কথাখিনিতো। ইতিমধ্যে নবৌ যুদ্ধত নামি গ'ল। হিমাৰ হাতৰপৰা কাঁথি মচা যন্ত্ৰখিনি ললে। ক'লে—"যাগৈ, তই গা ধুই চাহ কৰগৈ। মই এইবোৰ কৰিম।" তেওঁ নাহিল। এইবাৰ হাতত ললে গোবৰৰ পাচিটো।

তেনেতে শহুৰ আহি পালে। ৰাতিৰ ট্ৰেইনত আহিছে। ষ্টেচনৰ পৰা আমাৰ ঘৰলৈ বেচি দূৰ নহয়। মাত্ৰ ত্ৰিশ- চল্লিশ মিনিটৰ বাট। গতিকে গাড়ীৰপৰা নামিয়ে খোজ লৈছে। ৰাতিপুৱাই আহি পালে। ককাইদেউৰ বাহিৰে বাকীবোৰ আমি ঘৰতে আছোঁ। বিয়াৰ পিচত এই প্ৰথমবাৰ শহুৰ দেউতা আমাৰ ঘৰলৈ আহিছে। ঘৰখনত এটা উলহ-মালহ হৈ-চৈ লাগি পৰিল। ময়ো খক্ মক কৰি বিছনাৰ পৰা উঠি, পিচফালৰ দুৱাৰেৰে পাৰ হৈ বেগেতে মুখখন ধুই ললোঁ যাতে ইমান দেৰীলৈকে শুই থকা ধোদ বুলি শহুৰ দেউতাই নাভাবে। শহুৰক দেউতাই আদৰি আনিলে—"আহক বিয়ৈ, আহক, আপুনি একো খবৰ-খাতি নিদিয়াকৈ এই পুৱাই ওলাবহি বুলি ভবাই নাছিলোঁ। ইঃ বৰ কষ্ট পালে" বুলি বৰচ'ৰাত বহুৱালে। দেউতাৰ আথে-বেথেৰ সীমা নাই। এনেতে শ্ৰীমতী হিমাপ্ৰভা দত্তই কৰ্মব্যস্তভাৱে, হাতত গোবৰৰ পাচিটো লৈ বৰযুণত তিতা বস্ত্ৰ পৰিধান কৰি দেউতাকৰ আগত দণ্ডায়মান হৈ ক'লে—"দেউতা আহিছ। বহ। মাইঁত ভালে আছে নহয়?" পুনৰ তড়িৎ গতিত তেওঁ অন্তৰ প্ৰৱেশ কৰিলে। তেওঁৰ এনে ব্যস্ততাত অনুমান হয় যেন কাম কৰি বেচেৰীয়ে অকণো অৱসৰ পোৱা নাই।

ইতিমধ্যে শহুৰে কাপোৰ-কানি সলাই সপ্তম হ'ল। শৰীৰত উত্তাপ আনিব পৰাকৈ দেউতাই এটা কেৰাহীত ভলুকা বাঁহৰ মূৰাৰে গপগপীয়া একুৰা জুই ধৰিছিল। বিয়েয়েকে জুইত হাতখন সেকি ক'লে—"মই আজি আহিম বুলি আগতে ছোৱালীজনীলৈ চিঠি দিছিলোঁ নহয়? কেলেই, ছোৱালীজনীয়ে আপোনালোকক একো কোৱা নাই জানো?" দেউতাই ক'লে—"এ হয় নেকি? মইতো একো নাজানো।" মই কিবা জানো নেকি দেউতাই সুধিলে। মাক সুধিলে, নবৌক সুধিলে। আমি একো নাজানো বুলি ক'লোঁ। শেষত হিমাক মাতি নি সুধিলে। হিমাই ক'লে—"চিঠি এখন দিছিলতো। সেইবুলি মই দেউতা আহিব বুলি সকলোৰে আগত কৈ ফুৰিব লাগিলনে?" কৈ তেওঁ গ'ল। আমি এক প্ৰকাৰ শিলপৰা কপৌৰ দৰে হ'লোঁ।

শহুৰ দেউতাই বচন বুলিলে—"ছোৱালীজনীক মই লৈ যাবলৈ আহিলোঁ। তাই দুমাহমান মোৰ ঘৰত থাকক গৈ। ইয়াতে কামত তাই বৰ কষ্ট পাইছে। ঘৰত এইবোৰ কাম নকৰিছিল নহয়। আমি খেতি-বাতি নোহোৱা মানুহ। গৰুৰ গোবৰ পেলোৱা অভ্যাস নাই। মাকে যে এইৰ কষ্টৰ কথা শুনি কান্দি আছে।" শহুৰৰ কথা শুনি আমি আটায়ে থিতাতে থৰ হ'লোঁ। মা লাহেকৈ ওচৰৰ পৰা উঠি গ'ল। দেউতাৰ মুখলৈ চালোঁ—

মুখখনত তেওঁৰ কথা কটা-কটি তিলমানো ছাপ নাই। আছে—অপৰিসীম লজ্জাবোধৰ ম্ৰিয়মান ছাপ। হয়তো দেউতাই ভাবিছে, মানুহে ইমানে মিছা কথা কেনেকৈ কব পাৰে। মোৰো মুখত মাত নোহোৱা হ'ল, মুখখন মই সেমেনা সেমেনি কৰিলোঁ।

এনেতে শ্ৰীমতীয়ে চাহ লৈ আহিল। চাহৰ লগত টেকেলি পিঠা আৰু নাৰিকলৰ লাডু দিছে। নৱৌজনীয়ে শহুৰ আহি থিয় দিয়াৰ লগে লগেই চাহৰ আখললৈ দৌৰি গৈ সোমাইছে। তেওঁৰ মনত বৰ আনন্দ। সৰু জীয়েকৰ দেউতাক মানে যেনে তেওঁৰো দেউতাক—এনেভাব তেওঁৰ। কোমল হৃদয়। প্ৰফুল্ল মন। ভিন পৰ নাই। সাময়িকভাৱে হিমাৰ লগত অলপ আন্তৰিক বিভেদ আহিলেও মুখ-খুলি প্ৰতিবাদ কৰা নাই। হিমাৰ এষাৰ মৰমৰ মাত্, অকণমান সহযোগ পালেই তেওঁ উৎসাহ পাব। এজনী চটফটীয়া গাভৰুৰ দৰে, এজনী বাধ্য ছোৱালীৰ দৰে নবৌৱে হিমাৰ লগত আমাক চাহৰ যোগান ধৰিছেহি। চাহত মুখ দি শহুৰ দেউতাই ক'লে—"ছোৱালীজনী খীণাইছেও। খোৱা-লোৱাতো কষ্ট হৈছে হবলা। ঘৰত তেনেকৈ কৰকৰা পঁইতা ভাত নাখাইছিল নহয়। সদায় গৰম ভাত খোৱা ছোৱালী তাই। তাই মাকৰ বৰ আদৰৰ আছিল।" বুজি পোৱা হ'ল—তেখেতে ভদ্ৰভাৱে জীয়েকৰ দুখৰ কথাখিনি বৰ্ণনা কৰিলে। কিন্তু ইমান মিছা কথা হিমাই দেউতাকইঁতলৈ কেনেকৈ চিঠিত লিখিব পাৰিলে?

এইবাৰ দেউতাৰ মুখখন খোল খালে। ক'লে—"আপুনি বিয়ৈ, আপোনাৰ জীয়েকৰ যিখিনি দুখৰ কথা ক'লে, সেইখিনি একেবাৰ মিছা কথা। বোৱাৰীয়ে আজিলৈকে কোনো টান কাম কৰি পোৱা নাই। গোহালীৰ গোবৰ তেওঁ দেখা নাই। মোৰ ঘৰত খোৱাৰ অসুবিধাৰ কথা ক'লে মনত বৰ দুখ পাম। মোৰ কি বস্তুৰ অভাৱ বুলি ভাৱে আপুনি?" দেউতাৰ কথাখিনিত অলপ উত্তেজনাৰ সুৰ পৰিস্ফুট হ'ল।

শহুৰে ক'লে—"মিছা কথা বুলি আপুনি কেনেকৈ ক'লে? মই চকুৰ আগতে দেখিলোঁ নহয়। এইখন বৰষুণত তিতি তিতি গোবৰ পেলোৱা কাম মই নিজ চকুৰে দেখিলোঁ নহয়? ৰাতিপুৱা কৰকৰা ভাত নিদি মোৰ ছোৱালীক আপোনালোকে গৰম ভাত ৰান্ধি খুৱাবনে? " তেখেতৰ কথাখিনিও দেউতাৰ দৰে সমান ডিগ্ৰীৰ উত্তাপৰ।

মানুহে কিছুমান এনে পৰিস্থিতিৰ সন্মুখীন হবলগা হয় যে তাক নিবাৰণৰ উপায় নাই। উকিলবিলাকে যে সঁচা কথাক মিছা, মিছা কথাক সঁচা কৰে—তাৰ প্ৰমাণ আজি হাতে হাতে পোৱাৰ দৰে হ'ল। আমাৰ বুজিবলৈ বাকী নাথাকিল শ্ৰীমতী হিমা প্ৰভাৰ আজি ৰাতিপুৱাৰ ভূমিকা গ্ৰহণৰ অন্তৰালত কি দৃশ্য লুকাই আছিল। তেওঁ যে কাম কৰে এই কথা নহয় বুলি শহুৰৰ আগত প্ৰতীয়মান কৰাৰ শক্তি কাৰ? মই বোবা হৈ গ'লোঁ।

দেউতা আৰু শহুৰৰ মাজত তৰ্ক-বিতৰ্কই চৰম সীমা পালেগৈ। শহুৰ যাবলৈ থিয় হ'ল। তেওঁ ক্ষুব্ধ হ'ল। অভিমান কৰিলে। একো ভাত-পানী নোখোৱাকৈ তেওঁ যাবলৈ ওলাল। আমি আটাই কেইটিয়ে তেখেতক বহুত কাকুতি-মিনতিকৰিলোঁ খাই-

বৈ জীযেকক লৈ যাবলৈ। ইতিমধ্যে হিমাযো সাজি-কাচি ওলাল। নবৌৱে খুব অপৰাধীৰ দৰে তেওঁক বুজালে—"তইযে এনেকৈ যাবলৈ ওলাইছ মানুহে ভাল বুলিবনে? তই শিক্ষিতা ছোৱালী। মই হ'লো কণাৰ দৰে। মই মুৰ্খ ছোৱালী। তোক কি বুজাম। তই নিজে নিজে বুজিব লাগিছিল।" হিমাই ক'লে—"মানুহে বেয়া বুলিলেও মই কেযাৰ' নকৰোঁ। এনে অন্ধকূপৰ আমি থাকিব নোৱাৰো নহয়? নবৌৰ মুখখন শেঁতা পৰি গ'ল। দেউতাই মূৰে কপালে হাত দি একেবাৰে তলমূৰকৈ থাকিল। মাই ভিতৰ ঘৰত যি সোমাল আৰু ওলাই নাহিল।

কাপোৰ-কানি পিন্ধি হিমাই মোক ভিতৰলৈ মাতিছিল। মানে মোৰ শোৱনি কোঠালৈ। মই উঠি নগ'লোঁ। আনকি কোনো প্ৰত্যুত্তৰো নিদিলোঁ মই। ভিতৰখন মোৰ অপমানৰ জ্বালাই পুৰি মাৰিলে। খুব সতৰ্কতাৰে জুইকুৰা বাহিৰলৈ ওলাই আহিবলৈ দিয়া নাই। নহ'লে সকলোকে পুৰি মাৰিব। ভদ্ৰতা আৰু সন্মানক অৱমাননা কৰা হয় বুলি মই মনে মনে আছোঁ। অন্ততঃ ভগবানে মোক নুদুষিব।

ইতিমধ্যে বাপেক-জীযেকে খোজ ললে। যাওঁতে দুযোটাই ঘৰখনৰ আটাইকে মাত লগাই গ'ল। নবৌৰ চকুৰে গিৰগিৰকৈ পানী ওলাল। বৰ অপৰাধী আৰু অসহায় বোধ কৰিলে তেওঁ। অৱশেষত এজনী সৰু ছোৱালীৰ দৰে ফেকুৰি ফেকুৰি কান্দিলে। মা যি ভিতৰত সোমাল আৰু একখোজো চোতাললৈ ওলাই নাহিল। দেউতা যি সেই ৰাতিপুৱাই বৰচ'ৰাৰ জুইৰ ওচৰত বহিল, থিয় হবলৈ গাত শক্তি নাপালে।

শহুৰক আগবঢাই থবলৈ মই আগুৱাই গ'লোঁ। হাজাৰ হ'লেও মোৰ অলপ বেযা লাগে দিযকচোন। গাঁওখন চেৰাই চৰকাৰী আলিত উঠিলোঁ। এইডোখৰ বাট বাপেক-জীযেক দুযোটাই মোক দিহা-পৰামৰ্শ উপায় বুদ্ধি দি কাণ কলা কৰিলে। সেইবোৰ পৰামৰ্শৰ সাৰাংশ হ'ল—" ভাই হ'লে ঠাই ঠাই, আজি আছোঁ কালি নাই " মানে, মই বেলেগাই খাব লাগে। সম্পত্তিৰ ভাগ কৰিব ইত্যাদি। মই শুনি শুনি গৈ থাকিলোঁ। আৰু বেচি দূৰ নগৈ তাতেই বিদায লবলৈ মন কৰি শহুৰক ক'লোঁ—"আপোনালোক যাওকগৈ। একো বেযা-চেযা নাপাব। হিমাক আৰু আমাৰ ঘৰলৈ কোনো কালে পঠাব নালাগে। তেওঁ মাকৰ ঘৰতে সুখে-সন্তোষে খাই থাকক। মোৰ হেনো কোষ্ঠীত লিখাও আছে—দুজনী তিৰোতা হব লাগে।" কৈ মই চকু ঘূৰাই খোজ দিলোঁ।

যেন মই মন্ত্ৰহে মাৰিলোঁ। যেন আৰু অকণনাম ঠেলা মাৰি দিলে তলি হীন মহাসমুদ্ৰত পৰি যাব, যেন ভৰিখন অকণমান পিচলি গ'লে অজস্ৰ ভগা কাচৰ টুকুৰাৰ ওপৰত পৰি যাব—এনে দেখা গ'ল শহুৰৰ মুখ। আৰু তাতোকৈ বেচি ভয়াতুৰা, কম্পিতা, বিবৰ্ণা হ'ল—শ্ৰীমতী মহিমাপ্ৰভা দত্তৰ বদন। শহুৰে মোৰ হাতখনত থাপ-মাৰি ধৰিলে। অন্তৰৰ সমস্ত কাকুতি-মিনতিভৰা কণ্ঠেৰে তেওঁ ক'লে—"তেনেকৈ কেলেই কোৱা বোপাই, এইবোৰ অতি সাধাৰণ কথা। ছোৱালীজনী এটা সপ্তাহ মাকৰ ঘৰত থাকিব

খুজিছে থাতত। মই নিজেই আহি থৈ যাম মহয়।" হিমাই ক'লে—"দেউতা ঘূৰি যাওঁগৈ ব'ল। আজি যাব নালাগে।" সঁচা কথা, মোক তেওঁলোকে অনুসৰণ কৰিলে।

তেতিয়া আকাশৰ ক'লা মেঘ ফাটি সূৰুযটো ওলাই আহিছিল। গছৰ কোমল কুঁহিপাতত কিনকিনীয়া বৰষুণৰ টোপোলাবোৰ বৈ আছিল। তাতে সূৰুযৰ কিৰণ পৰি তিৰ্ বিৰাই উঠিল। আকাশৰ ক'লা মেঘবোৰ পলাই বাট বিচাৰি ফুৰিলে। আমাৰ ওপৰেৰে এজনী চৰায়ে গান গাই উৰি গ'ল—"বৌ কাকা ক'ত, বৌ কাকা ক'ত?" চৰাইজনীৰ মাতটো ইমান মিঠা।

বিশেষ দ্ৰষ্টব্যঃ শ্ৰীমতী হিমাপ্ৰভা দত্তক মোৰ লগত বিযা দিবলৈ শহুৰ দেউতা শ্ৰীযুত আদ্যনাথ চৌধুৰীদেৱে অশেষ কষ্ট কৰিবলগীয়া

হৈছিল।

---------- o ----------

# ত্যাগ

মাহীদেউৰ ঘৰলৈ গৈছিলোঁ। ঘৰলৈ গ'লে আযে প্ৰায় কৈ থাকে— কল্যাণীৰ তালৈ এবাৰ যাবিচোন। তহঁতে চহৰত থাকিলি বুলি মিতিৰ-কুটুম সব এৰিলি। তাই বৰ দুখ কৰি থাকে। তাই দুখত পৰা বাবে দিব -থব লাগিব বুলি আমি হেনো তাইৰ ঘৰলৈ নাযাওঁ। ইত্যাদি-ইত্যাদি। সেযে সিদিনা দুপৰীয়াখন মাহীদেউৰ ঘৰত ওলালোঁগে। পদূলিমুখ পাওঁতেই মোৰ মনটো কিবা এটা দুখত মৰহি যোৱা যেন লাগিল। পদূলিত দুজোপা শেৱালি ফুল আৰু কেইজোপামান ৰঙা জবাৰ গছ আছিল। জেওৰাখন ভাগি-ছিগি জহি হৈছে। ঘৰো মাত্ৰ একেটাই। বাৰাণ্ডাৰ চা পৰ বেৰখনত বহুত ডাঙৰ ফুটা হৈছে। বাকী মূল বেৰ কেইখনৰো অৱস্থা অথৈবচ। নিৰ্জন দুপৰীয়া এটাতো মাহীদেউৰ ঘৰৰ পৰা ল'ৰা-ছোৱালীৰ কান্দন ভাঁহি অহা শুনিলোঁ। মই বাৰাণ্ডাত থিয় হৈ প্ৰথমতে কাহ এটা মাৰিলোঁ। তাৰ পাচত লাহেকৈ মাত দিলোঁ মাহীদেউ বুলি।

ল'ৰা-ছোৱালীৰ কান্দন তৎক্ষণাত বন্ধ হ'ল। প্ৰায় দুই তিনি মিনিটমান সময়ৰ পাচত মাহীদেউ ওলাই আছিল। মুখত লাজ আৰু দুখৰ ৰেখা স্পষ্ট হৈ জিলিকি উঠা মই দেখা পালোঁ। মাহী বুলি মাত দিওঁতে তেওঁ টপ্ কৈ ওলাই আহিবলৈ কিয় লাজ কৰিছিল, মোৰ বুজিবলৈ বাকী নাথাকিল। যিখন মেখেলা মাহীয়ে পিন্ধি আছিল সেইখন ঠায়ে ঠায়ে ফটা। লেতেৰাও হৈছে। ধুই লবও নোৱাৰি। কাৰণ হয়তো এবাৰ ধুলে সেইখনৰ একো অস্তিত্বই নাথাকিব। সেই দুই মিনিট সময়ত তেওঁ বাকচৰ পৰা কপাহী কাপোৰৰ চাদৰ এখন উলিয়াই তাকে গাত লৈহে খৰখৰকৈ মোৰ ওচৰলৈ ওলাই আহিছে। মোক দেখিয়েই মাহীয়ে ক'লে—" আই ঐ দেহী, মোৰ বোপাই ঐ, আজি তই কেনেকৈ বাট টিনিলি? এ বেঙো, এ ফুফুৰী, ককায়েৰ আহিছে, মুঢ়াটো উলিয়াই আন।" মাহীদেৱে চিএৰ-বাখৰ লগালে। তোৰ পাচত কোনো ওলাই নহা দেখি তেওঁ নিজে আকৌ ভিতৰ সোমাই গ'ল।

ভিতৰত ফাচ-ফুচকৈ মই কোনোবা এজনীয়ে কোৱা শুনিলোঁ—'এই মাই, মোক কিয়া বেঙো বুলি মাতিছ?' আন এজনীয়ে কোৱা কাণত পৰিল—'এই মাই, মৰতী, মোক কিয় ফুফুৰী বুলি মাতিছ? নাযাওঁ যা ওলাই।' মাত আৰু কথাত বুজি পালোঁ—সেই দুজনী মাহীদেউৰ ডাঙৰ ছোৱালী।

এইবাৰ বেতৰ মুঢ়া আনি মাহীয়েক মোক বহিবলৈ দিলে। মুঢ়াটোৰ মাজ ডোখৰ নায়েই। খুব কায়দা কৰি বহিলোঁ। কষ্টও অলপ হ'ল। ইতিমধ্যে সৰু সৰু ছোৱালী দুজনী আহি মোৰ কাষত থিয় হৈছে। মই লিলি বিস্কুট নিছিলোঁ। সিহঁতৰ হাতত দিলোঁ। বিস্কুট হাতত লৈ সিহঁত ভিতৰলৈ লৰ মাৰিলে। মাহীদেউ ভিতৰৰপৰা আহি মোৰ

ওচৰতে বহিল। মোক কাপোৰ-কানি খুলিবলৈ দিলে। পিন্ধা কাপোৰ খুলিবলৈ মই আপত্তি কৰিলোঁ।

এইবাৰ মাহীদেউ মোৰ নিচেই ওচৰতে বহি ললে। এটা দৰদ ভৰা মাতেৰে মোক ক'লে—"বাইদেউহঁতৰ ভালে আছেনে? মই একো খবৰ-খাতিয়ে নাপাওঁ সিহঁতৰ। মোৰতো খবৰ লবলৈ ত হঁত কোনোটো নাহৰেই। কেলেই আহিবি, মই বৰ দুখত পৰিছোঁ নহ য।" কথাখিনি কৈলেই তেওঁ এটা দীঘল হুমুনিযাহ এৰিলে। যিটো কথা মাযে কৈ পঠিযাইছিল, সেইটো কথাকে মাহীদেৰে ক'লে। মাৰ আৰু মাহীদেউৰ উপলব্ধি একেটাই। বেয়া লাগিল মোৰ। কিবা কৰিবলৈ জানো আছে মোৰ? ক্ষন্তেক নিৰৱতাৰ পাচত মাহীদেৰে ক'লে—"হক দে তেওঁ, তই যে আহিছ, মই ঈচৰ অহা যেন পাইছোঁ। ভৰি হাত ধুই ল। কিবা অলপ খা।" এই বুলি কৈ তেওঁ আকৌ ভিতৰলৈ সোমাই গ'ল।

পানী এঘটী আনি ওচৰত মোৰ ওচৰত থলে। মই একো নাখাওঁ বুলি আপত্তি কৰি যোৱাৰ কথা ক'লোঁ। মই ভাবিলোঁ—আজি যদি মই ইযাতে ৰাতিটো কটাবলগীয়া হয, তেন্তে মোৰ লগতো এওঁলোকৰো কষ্টৰ সীমা নাইকিযা হব। কিন্তু মাহীযে আহি থাপ মাৰি ধৰি মোক চুমা এটা খালে আৰু ক'লে—"মোৰ বধ লাগিব, তই যাব নোৱাৰ। মই দুখীয়া হ'লোঁ বুলি মোক সকলোৱে ঘিণ কৰে?" তেওঁৰ মাতখিনি থোকা-থুকি হৈছিল। শেষত থাকিম বুলি সন্মতি দিবলৈ মই বাধ্য হ'লোঁ। ভৰি-হাত ধুলোঁ। ঘৰৰ ভিতৰ সোমাই মোৰ কাপোৰ সাজ খুলিলোঁ। সেই সাজ থবলৈ ইফাল-সিফাল কৰিলোঁ। এনেতে মাহীৰ ছোৱালী এজনী ওলাই আহি—'ককাইদেউ কাপোৰ ইযাতে থওক' বুলি এটা খুটাৰ পৰা এটা খুটাত টানি বান্ধি থোৱা নাৰিকলৰ ৰচি এডাল দেখুৱাই দিলে। মই বিলাতী চাহাব হৈ গৈছিলোঁ।

মোক কিবা অলপ খাবলৈ দিলে। মাহীযে ওচৰতে বহি ক'লে—"একো নাই দেই। বৰ আকাল হৈছে। আমি খাই লৈ উঠিছোঁৱেই। তোলৈ এই অলপমান কিবা কৰি দিলে ফুফুৰী জনীয়ে।" মই খাই থাকোঁতে সিফালে লক্ষ্য কৰি দেখিলোঁ—মোৰ কাপোৰযোৰৰ চাৰিওফালে ঘেৰি ধৰি মাহীদেউৰ ল'ৰা-ছোৱালী, ডাঙৰ সৰু আটাইকেইটাই থিয দি আছে। এজনে হাতেৰে কোটটো লাহেকৈ পিহি চোৱাত আন এটাই কৈছে—"এই মৰা, কিয ছুইছ কাপোৰ? লেতেৰা হৈ যাব।" আন এটাই কৈছে—"কি সুন্দৰ কাপোৰ ন-হ্-য। ঐ এই কাপোৰৰ বৰ দাম। জানা, পিপৰাকুছিৰবজাৰত এই কাপোৰ নাই।" ডাঙৰজনীযে সিহ'তক টানি আনি কৈছে—"কাপোৰ কিয় ছুইছ? লেতেৰা হ'লে মূৰ ভাঙিম তহ'তৰ।" মোৰ এটা দীঘল হুমুনিয়াহ ওলাইছিল। এইটো মোৰ হতাশাৰ দীৰ্ঘ-শ্বাস। মাহীদেউৰ ল'ৰা-ছোৱালী কেইটাৰ কথা শুনি মনটো ভূএঞা খুৰাৰ ল'ৰা-ছোৱালী কেইটাৰ চাৰিওফালে ঘুৰি ফুৰিবলৈ ধৰিলে। সিহঁতক মাহেকত প্ৰায় একোটা ফ্ৰক্-চাৰ্ট লাগেই। ইতিমধ্যে মাহী উঠি গ'ল।

ভাত কেইটা খাই মই চোতালত বহিলোঁহি। তেতিয়া বেলিটো পশ্চিম আকাশত ডুবোঁ ডুবোঁ হৈছিল। মাহীদেউহঁতৰ চোতালত ৰ'দ নাছিলেই। গছে-পাতে ৰ'দ পৰি সেউজীয়া পাতবোৰ ৰঙচোৱা হৈ উঠিছিল। মাহীয়ে চোতালত ঢাৰি এখন আনি পাৰিলে। গাঁৱৰ এজনী তিৰোতা মানুহ কোলাত কেঁচুৱা এটা লৈ আহি ঢাৰিখনত বহিল। মোৰ পিনে কেৰাহিকৈ চাই মাহীদেউক সুধিলে—"বোপাইটিনো কৰ? মই চিনিকে পোৱা নাই দেখোন।" মাহীয়ে ত পৰাই ক'লে—"মোৰ বাইদেউৰ ল'ৰা। চহৰত থাকে।" তেওঁৰ কথাত এটা গৰ্বৰ সুৰ ফুটি উঠিল। যেন তেওঁৰ ঘৰলৈএজন চহৰৰ পৰা মন্ত্ৰীহে আহিছে।

লাহে লাহে আন্ধাৰ হৈ আহিল। ফুফুৰি বোলা ভনীজনীয়ে চাকি বন্তি জ্বলালে। চোতালত ওজোপা বগা তুলসী আছে। তলখিনি পৰিস্কাৰকৈ বগা আঠালটিয়া মাটিৰে মচা। তাতে আকৌ পানীৰে মচি মিঠাতেলৰ চাকি এটা লগাই দি সেৱা এটা কৰিলে। বেঙো বোলা জনীয়ে গাই এজনী আনি চোতালৰ একোণৰ খুটি এটাত বান্ধিলে। জাবৰ-জোথৰ অলপমান গোটাই আনি থুপা এটা দিলে। মাহীদেৱে মোক উপলক্ষ্য কৰি ক'লে—"গাই এজনী আছিল, তাইৰো বিলৈ নোহোৱা হৈছে। তাইক বান্ধিবলৈকে চালি এখন সজাব পৰা নাই। ৰাতিখন চোতালতে বান্ধি থওঁ। ওৰেৰাতি নয়ৰ পৰি বেচেৰী তিঁতি থাকে।" মই ক'লোঁ—"এৰাতো চালি এখন সাজিব পাৰিলে ভাল আছিল।" চালি এখন যে সাজি উলিয়াবলৈ মাহীদেউ একেবাৰে অপাৰগ এই কথা মই জানো। তথাপি কথাষাৰ এনেয়ে ক'লোঁ।

গোটেই কেইটা ল'ৰা-ছোৱালী ঢাৰি খনতে বহিলহি। তেতিয়া আন্ধাৰ ভাল দৰেই হৈছিল। ইমান সময়ে বেঙো আৰু ফুফুৰী বোলা ভনী দুজনীয়ে মোৰ আগত ওলাবলৈ লাজ কৰিছিল। কাৰণ সিহঁতৰ পিন্ধা কাপোৰ-কানিবোৰ বেয়া। এতিয়া আন্ধাৰত মই সেইবোৰ ভালকৈ নেদেখিম বুলিয়েই হয়তো সিহঁত আহি মোৰ ওচৰত বহিছেহি। মই পৰিবেশটোৰ লগত সহজ হব পৰা নাই।

ভালেমান সময় নিৰৱে থকাৰ পাচত মাহীয়ে মোক সুধিলে—"বাপধনেনো এতিয়া দৰমহা কিমান পাব?" মই তিনিশমান পোৱা বুলি ক'লত মাহীয়ে আকৌ ক'লে-—"ভাল হৈছে দেই, তহঁতৰ সুখ হ'লেই মোৰ সুখ। কেতিয়াবাতো মোক সহায় কৰিবি। আৰু সহায় নকৰিয়েইবা, মোৰ বাইদেউৰহে ল'ৰা। মোৰ কম আনন্দনে? তহঁতক লৈ আনন্দ মই নকৰিলে, তহঁতক লৈ মই গৌৰৱ নকৰিলে, মোৰনো আৰু পৃথিৱীত কোন আছে। এই পূঁজলা কেইটাক লৈ মই সংসাৰত বঞ্চিছোঁ। ইহঁতেনো মোৰ কেতিয়াকৈ মুখ উজ্বলাব। মই দুখুনীয়ে সংসাৰত সুখ সাধি অহা নাই। মই ক'ত সুখ দেখিম।" শেষলৈ মাহীৰ কথাবোৰ থোকা-থুকি হৈছিল। তেওঁ আপোনমনে কথাবোৰ নিজকে কোৱা দি কৈ গৈছিল। মই কথাৰ সোঁত বেলেগে নিবলৈ ক'লোঁ—"ভন্টিহঁতে পঢ়া-শুনা এৰিলে নেকি?" মাহীদেউ সিমুখ কৰি বহি আছিল, মোৰ মুখ কৰি বহি ললে। আন্ধাৰৰ

মাজতে দেখিলোঁ ফুফুৰী আৰু বেঙোই আমাত-ইমিত কৰিছে। মোৰ এই কথাষাৰ যেন সিহঁতৰ মনত জোকাৰণি এটা লগাই গিছে—মই বুজি পালোঁ। মাহীয়ে ক'লে, "ইহঁত দুযোজনীয়ে এম্-ভি পাছ কৰি মাইনৰৰো এক ক্লাছ পঢ়িছে। এতিযা আৰু স্কুলৰপৰা ময়েই এৰুৱাই দিছোঁ। বেচিকৈ পঢ়িলে মই ক'ত বিয়া দিম। আজি কালি ছোৱালীক বেচিকৈ পঢ়াই বিয়া দিয়াই টান নহয়। আজি কালিৰ ল'ৰাবোৰক দেখোন ছোৱালীও লাগে পঢ়ান, ইপিনে লগত বান্ধিও দিব লাগে এসোপা। মই এইবোৰ কেনেকৈ কৰিম।"

মাহী উঠি গৈ পাগঘৰৰ চাকি জ্বলালে। আমিও উঠি গৈ মজিয়াত বহিলোঁ। মই ফুফুৰী বোলা ভনীজনীৰ পিনে চাই সুধিলোঁ—"তোমাৰনো লিখা নাম কি?" তাই লাজ-লাজকৈ ক'লে—"মোৰ নাম শ্ৰীমতী ফুলেশ্বৰী কলিতা, তাইৰ নাম বকুলী কলিতা"—এইবুলি আনজনীক দেখুৱাই দিলে। সিজনীয়ে তপৰাই ক'লে—"মাযে এনেয়ে বেঙো বুলি মাতে পাই।" মাহীদেৱে চৌকাৰ কাষৰ পৰা মাত দি ক'লে—"ছোৱালী কেইজনীক আৰু নপঢ়াওঁ। ল'ৰাটোক পঢ়াব পাৰিলে সেযে বহুত। পিছে পঢ়মনো কেনেকৈ। মোক কোনোৱে সহায় নকৰে। দেশৰ ল'ৰাই 'বিত্তি' পায, মোৰ ল'ৰাই নাপায। যোৱা বেলি বিত্তি পৰীক্ষা দিওঁতে অমূল্য মাষ্টৰে কৈছিল বোলে আমাৰ পুতুলে বিত্তি পাব, সি হেনো কালাছত ফাচ্ । পিছে ক'তা? বিত্তি পালে দেখোন ৰংমনেহে। কিবা বোলে বেক্ বিত্তি। চৰকাৰে বোলে বামুণ কলিতাৰ ল'ৰা পঢ়াত ভাল হ'লেও বিত্তি নিদিয়ে।" মই মাহীদেউক 'ব্যাক্ওৱাৰ্ড' আৰু 'ফৰওৱাৰ্ড' জাতি কোন বিলাকক বোলে আৰু বৃত্তি কি ভিত্তিত দিয়া হয় বুজাই দিলোঁ। তেওঁ হুমুনিয়াহ এটা কাঢ়ি ক'লে—"হবও পাৰে দেই, আমিতো সেইবোৰ বুজি নাপাওঁ। সেইবাৰ দেখোন ভোটৰ সময়ত পৰভাত মেম্বৰে আহি ক'লে—'আই তুমি মোক ভোট দিবা। মই তোমাৰ ল'ৰাক সুবিধা দিম।' ভোট দিয়াৰ পাচত এদিন গ'লোঁ—তেওঁৰ ঘৰলৈ। মোক বৰচ'ৰাৰ পৰা ওলাই মাতকে নিদিলে। মোক কোনেও অলপ সহায নকৰিলে।" মাহীদেউৰ কথাখিনি মই কাণপাতি শুনিছিলোঁ, এম-এল-এ ডাঙৰীয়াৰ কথাখিনি মুখতে পাগুলিযাইছিলোঁ, কিন্তু মাহীক একো নকলোঁ।

পুতুল বোলা ভাইটো মূৰ টোপনিয়াই আছিল। মই তাক মাত দি ক'লোঁ—"যাচোন পুতুল, তোৰ কিতাপবোৰ আনগৈ ।" সি উঠি তাৰ পঢ়া কিতাপ-বহীখিনি আনি মোৰ আগত থলে। কেৰাচিন তেলৰ চাকিটো অলপ ওচৰলৈ চপাই দিলে ফুলেশ্বৰীয়ে। মই পুতুলৰ বহীবোৰ চালোঁ। আখৰবোৰ বৰ পৰিষ্কাৰ। ভেলাৰ পাখীৰে লিখা। কটা কটা। মই সুধিলোঁ—"পুতুল, তই কিহেৰে লিখিছ এই আখৰ।" সি ক'লে—'পাখিৰে।' "চিয়াহী কিহৰ?" ফুলেশ্বৰীয়ে ক'লে—" থালীৰ তলৰ ছাই আৰু কেঁহৰাজ বনৰ পাতেৰে মই তাক চিয়াহী বনাই দিছোঁ ককাদেউ। খুব পৰিষ্কাৰ চিযাহী।" মোৰ হাঁহি উঠিব খুজিছিল। কিন্তু নাহাঁহিলোঁ। চহৰৰ অকণ অকণ ল'ৰা-ছোৱালীহঁতৰ হাতত দেখা ফাউনটেন পেনবোৰ মোৰ চকুৰ আগত ভাঁহি উঠিল। পুতুলক মই কিবাকিবি প্ৰশ্ন

কৰিলোঁ। সি টপ্ টপকৈ উত্তৰ দিলে। কিতাপখনৰ যেন সি নজনা কথা নায়েই। প্ৰতিটো শাৰী যেন সি মুখস্থ কৰিহে থৈছে। তাঁলৈ মোৰ বৰ মৰম লাগিল। তাৰ মাজত মই এটা উজ্বল ভৱিষ্যত দেখা পালোঁ। তাৰ প্ৰতিভা দেখি মই মনতে কিবা এটা সিদ্ধান্ত কৰি বহি ললোঁ।

ভাত খোৱাৰ সময হ'ল। মাহীযে বকুলীক মজিযাখন ভাল কৰিবলৈ দিলে। মই মুঢাটো অলপ পিচুৱাই আনি বহিলোঁ। মাহীযে ভাত আনি মজিয়াত থলে। মই ভাতৰ পাতত বহিলোঁ। বহুত দিন একে জুতিৰ আঞ্জাকে খাই থকাৰ পাচত আজি মাহীদেউৰ ঘৰত নতুন আঞ্জাৰ সোৱাদ পাই মোৰ বেয়া লগা নাই । মাহীয়ে শুকান শেৱালী ফুলত সৰু সৰু ডৰিকণা মাছ দি খাৰ দিছে। পকা কৰ্দৈ কুটি টেঙাৰ জোল কৰিছে। কলডিল মিহিকৈ কুটি পিয়াজ আৰু ধনিয়াৰ পাত দি ভাজিছে । হেলেচী শাক ভাতত সিজাই-কেঁচা নিমখ-তেল সানিছে। মচুৰ ডাইল মাগুৰ মাছেৰে ৰান্ধিছে। তেওঁ কাষত বহি মোক ক'লে—"আজি বিদুৰৰ ঘৰলৈ শ্ৰীকৃষ্ণ আহিছ। মই কি খুৱাম তোক। মোৰ একোৱেই নাই। নিজৰ বাইদেউৰ ল'ৰা বুলি এই আঞ্জাৰে ভাত দিছোঁ, তই বাইৰ আগত নকবি দেই সোণ। মোক তাই গালি পাৰিব। তইঁত ভাল খোৱা মানুহ।" মই এনে আঞ্জা খাই খুব ভাল পোৱা বুলি মাহীক শলাগিলোঁ।

ভাত খাই চোতালত অলপ ইফাল-সিফাল কৰিলোঁ। বকুলীয়ে আনি তামোল এখন দিলে। অলপ পাচতে ঘৰ সোমাই দেখিলোঁ মাহীদেউ আৰু ভনী দুজনী মোৰ বিছনা সজোৱাত ব্যস্ত। মই তেওঁলোকে ভাত খোৱাৰ কথা সুধিলোঁ। বকুলীয়ে ক'লে--"আমি ৰাতি ৰাতি নাখাওঁ ককাইদেউ। আবেলিতে ভাত খাওঁতো, সেয়ে ৰাতি আমাৰ ভোকেই নালাগে।" দুখত মোৰ বুকুখন ফাটি যাওঁ যাওঁ লাগিল। ৰাতি আকৌ কাৰোবাৰ ভোক নালাগেনে? মাহীযে থকাটো শুনি আছিল। মাত দিলে—"গোটেই কেইটাই দুয়োবেলা সমানে খাবলৈ মই কত পাম। সেযে বেলি হালিলে খাই ৰাতিকৈ নাখাওঁ। ৰাতিৰ অলপ ভাত পঁইতা বা কৰকৰা কৰি এৰি ৰাতিপুৱা তাকে সৰু কেইটাক দিওঁ। তই নিজৰ ল'ৰাৰ দৰে। তোকনো এইবোৰ লুকামনে? কিন্তু তই বোপাই এইবোৰ কাৰো আগত নুলিযাবি দেই।" মই একোকে উত্তৰ দিব নোৱাৰিলোঁ। এটা অপ্ৰকাশ দুখে মোৰ বুকুখন যেন হেঁচি ধৰিলে। হে প্ৰভু! কিবা কুক্ষণত নে সুক্ষণত আজি মোক ইয়ালৈ আনিলা?

মোক বিছনা এখন পাৰি দিলে মাজ মজিয়াতে। দুখন ফটা-কানিৰ তলপৰাৰ তলত ধানখেৰ কিছুমান সুমুৱাই দিছে। তেল চিকটি লগা আৰু এটাৰ ওপৰত বেজীৰে এটা গোলাপ ফুল তোলা তাৱেল এখনো পাৰি দিছে। ফুলটোৰ তলত লিখা আছিল "দুখীযাৰ ভগা পঁজা, একোখনি তীৰ্থ তাত, একোখনি পুণ্যৰ আশ্ৰম" মোৰ ভাল লাগিল। বকুলী আৰু ফুলেশ্বৰীইঁতক মোৰ বৰ মৰম লাগিল। মাহীদেউ ওচৰলৈ আহি ক'লে—

"আজি তই বৰ কষ্ট পাবি দেই বোপাই।" এইবুলি মোক উৰিবলৈ কেঠা এখন দিলে। কেঠাখনত মই এটা গন্ধ পালোঁ।

মোৰ বিছনাখন সজাই দি মাহীদেউহঁত কেনেকৈ থাকিল মোৰ খবৰ লবলৈ লাজ আৰু দুখ লাগিল। মই জানো, মোক গোটেই খিনি কাপোৰ দি তেওঁলোক ওৰেৰাতিঠাণ্ডাত কঁপি থাকিব। দেখিলোঁ সিহঁতৰ বিছনাৰ কাষতে তুঁহ জুই একুৰা উমি উমি জ্বলি আছে।

পুহ মাহৰ শীতল ৰাতি। বাহিৰে ভিতৰে খুব জাৰ পৰিছিল। গছৰ পাতৰ পৰা টোপ্‌টোপকৈ নিয়ৰ সৰিছিল। মই ভালেমান সময় ওপৰলৈ মুখ কৰি চিগাৰেট এটা হুপিলোঁ। মোৰ চিগাৰেটৰ গন্ধ, মোৰ কাপোৰত দিয়া মেণ্টৰ গন্ধ, তুহঁ জুইৰ ধোঁৱাৰ গন্ধেৰে ঘৰটো ভৰি পৰিল। মাহী মোৰ ওচৰত বহি ফটা চাদৰ এখনৰ বেজী মাৰিছিল। চিগাৰেটটো পুৰি শেষ হোৱাৰ পাচত মই ক'লোঁ—"মাহীদেউ, কথা এটা শুনিবানে?" তেওঁ সন্ত্ৰস্ত হ'ল। মোৰ পিনে মুখ দি ক'লে—"কি কথা বোপাই?" মই ক'লো — "পুতুলক মোৰ লগলৈ নি পঢ়াব খোজোঁ । তুমি অনুমতি দিবানে?" কেৰাচিন তেলৰ চাকিৰ ৰঙা পোহৰত মাহীদেউৰ মুখখন দেখিলোঁ একেবাৰে উজ্জ্বল হৈ উঠিছে। আনন্দৰ আতিশয্যত তেওঁৰ মুখখন ফুলি উঠিছে। একেথৰে তেওঁ মোৰ পিনে চাই থাকিল। দেখিলোঁ চকু দুটাৰে দুটোপাল চকু পানী গিৰ্ গিৰ্ কৈ ওলাই আহিল। ভালেমান সময মাহীয়ে একো কব নোৱাৰিলে।

এক অৰ্থময় নিৰৱতা অতিবাহিত হ'ল। তাৰ পাচত মাহীয়ে থোকা-থুকি মাতেৰে ক'লে—"তই সঁচা কৈছ নে বোপাই? পুতুলক তোৰ লগলৈ নি পঢ়াবি ? মোক তই ইমান দুৰ মৰম কৰিলে বাইদেৱে মোক গালি নাপাৰিবনে?" কথাখিনি কৈ তেওঁ উচুপি উচুপি কান্দিলে। কান্দি কান্দি তেওঁ ক'লে—"মহাৰাৰ মৃত্যু দিন ধৰি মই কিমান কষ্ট খালোঁ তাৰ সীমা নাই। ইহঁতক বুকুত বান্ধি লৈ মই হাহাকাৰ দেখিছোঁ। এসাজ নাখাই এসাজ খাই ইহঁতক পোহ পাল দিছোঁ। কটনাকাটি মইনো ইহঁতক কিমান দিন পোহ পাল দিম। পুতুলক মই কেতিয়া মানুহ কৰিম। ফুফুৰী, বেঙোক মই কত বিযা দিম। তই তই বোপাই পুতুলক সঁচাই নিবিনে? তাক মানুহ কৰি দিলে মই বৰ সুখী হম। বাকী কেইটাৰ যি হয় হওক।" মোৰ চকুৰেও পানী ওলাব খুজিছিল। কিন্তু মই খুব চেষ্টা আৰু কষ্ট কৰি চকুৰ পানী সম্বৰণ কৰিলোঁ। মাহীক মোৰ হৃদয়ৰ বাতৰিৰে অনেক কথা বুজালোঁ। তেওঁ আশ্বস্ত, আনন্দিত, আপ্লুত হ'ল। উঠি গৈ বিছনাত পৰিল।

মই শুবলৈ চেষ্টা কৰিলোঁ। কিন্তু এনেকুৱা পৰিস্থিতিত মোৰ টোপনি নাহে । এই চৰম দৰিদ্ৰতাৰ ছবিয়ে মোৰ মনটো সমগ্ৰ সত্তাটো সেমেকাই তুলিলে। তলে-ওপৰে মোৰ মনটো চক্ৰাকাৰে ঘূৰি ফুৰিবলৈ ধৰিলে। মই ভাবিলোঁ—দেশ স্বাধীন হ'ল। ক'ত ৰকমৰ পৰিকল্পনাই চাৰিওফালে হুলস্থুল লগালে। কিন্তু এই যে ভিতৰুৱা গাঁওবাসীৰ

দৰিদ্ৰতাবোৰ কেতিয়া আঁতৰি যাব? মোৰ এই বিধৱা মাহীদেউজনীয়ে ইমান কেইটি ল'ৰা-ছোৱালীৰে সৈতে কেতিয়া দুবেলা দুমুঠি পেট ভৰাই খাবলৈ পাব? চহৰৰ মানুহেবোৰলৈ মনত পৰিল। সেই যে ৰঙ্ চঙীয়া কাপোৰ পিন্ধি, ৰঙ্ চঙীয়া মটৰ গাড়ীত উঠি ফুৰা মানুহবোৰ! তেওঁলোকে বাৰু এইবোৰ টকা ক'ত পায়। ঠিকাদাৰবোৰে ঠিকাৰ নামত লাখ লাখ টকা ক'ৰপৰা উপাৰ্জন কৰে। এয়াই নিশ্চয় ভাৰতবৰ্ষৰ স্বাধীনতা। এইটো এম্-এল-এ হোৱাৰ যুগ। দৰিদ্ৰতা মোচন কৰাৰ যুগ এইটো নহয়। অহৈতুক ক্ষোভত মোৰ মনটো বিদ্ৰোহী হৈ উঠিল।

পুহ মাহৰ হিম চেঁচা ৰাতি। এই চেঁচা ৰাতি এটাতো মই অকণো জাৰ অনুভৱ কৰা নাই । মোৰ মন এটা নিৰৰ্থক দুখত ভাৰাক্ৰান্ত হৈ উঠিল। আজি যেন মই নতুনকৈ উপলব্ধি কৰিলোঁ টকা-পইচা নাথাকিলে মানুহৰ যেন একোৱেই নাই। প্ৰেম, ভালপোৱা, বিদ্যা, ভাৰ্য্যা, মান-মৰ্য্যাদা সকলোবোৰৰ যেন মূল ভেঁটি টকা। বকুলী, ফুলেশ্বৰীৰ ছবি দুখন মোৰ চকুৰ আগত ঘূৰি ফুৰিলে। এই দুজনী গাভৰুৱে এসাজ পেট পূৰাই খাবলৈ পোৱা নাই, এসাজ ভাল কাপোৰ পিন্ধিবলৈ পোৱা নাই। পুতুলৰ দৰে এই তীক্ষ্ণ বুদ্ধিৰ ল'ৰা এজনে পুষ্টিকৰ বস্তু এটা খাবলৈ পোৱা নাই। আমাৰ দেশখনত দৰিদ্ৰতাই বহুত প্ৰতিভা মষিমূৰ কৰি দিছে। কোনে জানে হয়তো এই প্ৰতিভাবোৰৰ মাজত কিহৰ অঙ্কুৰ লুকাই আছে। এইবোৰৰ মূল্য আমি কেতিয়ালৈ দিবলৈ শিকিম জানো! যেতিয়ালৈকে আমি এই ক্ষুদ্ৰ ক্ষুদ্ৰ কথাবোৰ আওকাণ কৰি থাকিম, তেতিয়ালৈকে আমি যে বহুত কথা নজনা হৈ থাকিম।

পূবত অলপ অলপ পোহৰ হওঁতেই মাহীদেৱে সাৰ পালে। মোৰ শেষ ৰাতি অকণমান টোপনিৰ আমেজ হৈছিল, মাহীদেউহঁতৰ হুলস্থুলত সাৰ পালোঁ। বিছনাত উঠি বহি দেখিলোঁ ঘৰখনত ব্যস্ততা এটাই দেখা দিছে। গোটেই কেইটিৰে মুখবোৰ উজ্জ্বল। ফুলেশ্বৰী, বকুলীহঁতে লচ্ পচ্ কৈ ঘৰ-কাঠি মাচিছে। সৰু কেইটাই বাৰাণ্ডাত বহি ৰ'দ লৈছে। মাহীয়ে পুতুলক ক'লে—"অ' পুতুল, তুমি ককায়েৰাক দাঁত মাজিবলৈ শাওৰাৰ ঠাৰি এডাল আনি দিয়াগৈ।" মাহীয়ে কোৱাৰ আগতেই শাওৰাৰ ঠাৰি এডাল কাটি-কুটি পানী এঘটীৰে সৈতে যতনাই থৈছিলেই। মই উঠি হাত-মুখ ধুলোঁ। বকুলীয়ে আনি চাহ এবাটি দিলে। পকা কলৰ লগত চাউলৰ গুড়ি মিহলাই কলপাতেৰে এবিধ পিঠা পুৰি চাহৰ লগত দিছে। খাই খুব ভাল পালোঁ।

পূব আকাশত সূৰুযে টল-বল কৰিছিল। সূৰুযৰ এই ৰাঙলী আভাত মাহীদেউৰ ঘৰখন উজলি উঠিছিল। লগতে উজলিছিল তেওঁলোকৰ মন। মোৰ মনটোও আনন্দত ফুলি উঠিছিল। আমি বহুত দুখৰ মাজত থকা মানুহ। অকণ আনন্দ পালে আমি হাঁহিব লাগে ।নহ'লে আমি হাঁহিবলৈ পাহৰিয়েই যাম। বৰ বেচি সুখ বাঞ্ছা কৰা বেয়া। আজি মাহীৰ মন অপাৰ আনন্দত ভৰি পৰিছে। মই বৰ সুখী হৈছোঁ।

মই যাবলৈ ওলালোঁ। পুতুলক ওচৰলৈ মাতি আনি ক'লোঁ—"ভাইটি যা তই কাপোৰ পিন্ধগৈ। আমি গুৱাহাটীলৈ যাম নহয়?" আনন্দত আত্মহাৰা হৈ সি দৌৰি গ'ল। মাহীয়ে আহি ক'লে—"মোৰ ভাত-দাইল হৈছেই। ভাজীখিনি হ'লেই তইঁতে খাই যাব পাৰিবি।" মই বাত নাখাওঁ বুলিত কোবাত মাহীয়ে নেৰিলে। ভাত খালোঁ। মাহীদেৱে ওচৰত বহি সেই ওকে আত্মীয়তাৰে মোক ভাত খুৱালে।

ইতিমধ্যে পুতুলৰ সমনীয়া কেইজনমান আহি মোক বেঢ়ি ধৰিলেহি। মোলৈ ৰ'লাগি ওনেভাৱে চাইছে যেন মই এটা চিৰিয়াখানাৰ বস্তুহে। মাহীয়ে পুতুলক সৰিয়হৰ তেল অলপ ঘঁহি দিলে। বকুলীয়ে ফনিখনেৰে তাৰ মূৰটো আচুৰি দিলে। ফুলেশ্বৰীয়ে জপাৰপৰা ভাঙি-মুচৰি জাপি থৈ দিয়া চোলা-পেণ্ট ওযোৰা উলিয়াই আনি পুতুলৰ ওচৰত বৈ থাকি ল। পুতুলৰ সমনীয়া এটাই মাহীদেউক সুধিলে—"খুৰীদেউ, পুতুল কেতিয়া আহিব?" ফুলেশ্বৰীয়ে টপ্‌কৈ ক'লে—"পুতুল আৰু নাহে। গুৱাহাটীত পঢ়িব।" আন এটাই পুতুলক ক'লে—"অই পুতুল, গুৱাহাটীত বোলে চৰিয়াখান আৰু ৰিফাইনি আছে, চাবি বৰহামপুত্ৰৰ দলঙো চাবি।" পুতুলে ক'লে—"আমি চব চাম গুৱাহাটীত জানা, খুব ডাঙৰ লাইবেৰীও আছে।" আন এটাই ক'লে—"আমাৰো গুৱাহাটীত মামা আছে। ৰিফাইনিত কেৰাণী কৰে। আমিও দুৰ্গা-পূজাত গুৱাহাটীলৈ যাম।" এটাই একো নমতাকৈ আছিল। শেষত সি এটা দীৰ্ঘনিশ্বাস এৰি ক'লে—"আমাৰ গুৱাহাটীত কোনো নাই ভাই!" মই এই আটাইবোৰকে নিৰবে চাই থাকিলোঁ। ইহঁতৰ কথাবোৰ শুনি মোৰ হাঁহি উঠিল।

আমি যাবলৈ থিয় হ'লোঁ। মাহীয়ে ওচৰলৈ আহি মোক চুমা এটা খাই থোকাথুকি মাতেৰে ক'লে—"বোপাই, পুতুলক তোক গতালোঁ। সি তোৰ নিকিনা গোলাম হৈ থাকক। তাক তই মানুহ কৰিবি। মই তোৰ একো উপকাৰ কৰিব নোৱাৰোঁ। ইচৰে তোৰ উপকাৰ কৰিব। এই বিধবা দুখুনীৰ ল'ৰা এটা তই নি পঢ়ুৱাবলৈ ওলাইছ। মোৰ আনন্দৰ সীমা নাই। মোৰ ওচৰলৈ ভগৱানে আজি এজন দেৱতা পঠাই দিছে। আচলতে তোৰ দৰে মানুহ 'এমেলে' হব লাগে, মন্ত্ৰী হব লাগে। পৰভাত, পৰফুলহঁত এমেলে হ'লে কি হব।" তাৰ পাচত পুতুলক চুমা এটা খাই ক'লে— "যাবলৈ দে বোপাই, ককায়েৰৰ কথা শুনিবি। ভালদৰে পঢ়া-শুনা কৰিবি। গাড়ী-মটৰ চাই চলিবি।" মই টকা দুটা উলিযাই ফুলেশ্বৰী আৰু বকুলীৰ হাতত দিলোঁ। সিহঁতে 'নালাগে, নালাগে ককাইদেউ' বুলিছিল। মই জোৰকৈ দিলোঁ। মই জানো—এয়া মৰুভূমিত এটোপাল পানী পৰাৰ কথা। তথাপি দিলোঁ।

মোৰ পিচে পিচে এজাক ল'ৰা-ছোৱালী, মাহীদেউ, বকুলী, ফুলেশ্বৰীহঁত আগবাঢ়ি আহিল। মাহীদেউৰ চকুৰে গিৰ্ গিৰ্ কৈ পানী ওলাই আহিছে। বকুলী-ফুলেশ্বৰীয়েও আঁচলেৰে পানী মচিছে। চকুপানী মচি মচি সিহঁত পদূলিত ৰ'ল। মাহীয়েআৰু অকণমান

আগবাটি আহি চৰকাৰী ৰাস্তা পালে। পুতুলেও কান্দিছিল। তাৰ সমনীয়াইতৰো চকুৰ পানী ওলাইছিল। মোৰ অন্তৰখন কিবা এটা অজান বেদনাই যেন গধুলি কৰি তুলিছিল। এই গোটেই দৃশ্যটো দেখি মোৰ ভাব হ'ল—এয়া যেন শ্ৰীকৃষ্ণ আহি গোকুল এৰি নন্দনৰ ঘৰলৈ যাবলৈ ওলাইছে। মাক যশোদাই কান্দিছে। লগতে কান্দিছে গোপ-গোপীসবে।

বাচ আহিল। আমি উঠিলোঁ। বাচখনৰ আগৰ চিটত মোৰ ঠিক কাষতে পুতুলক বহুৱালোঁ। মাহীয়ে পুতুলক আকৌ এটা চুমা খালে। চুমা খোৱাৰ লগে লগে তেওঁ উচুপি উঠিল। এইবাৰ কথা নাই—অনন্ত উচুপনি। ড্ৰাইভাৰে বাচ এৰি দিলে। পুতুলে খিৰিকীৰে মুখখন উলিয়াই মা বুলি চিএৰি উঠিল। তাৰ চকুৰে গিৰ্ গিৰ্ কৈ দুৰ্বাৰ গতিত পানী ওলাই আহিল। মই থৰ হৈ মাত্ৰ এটা কথাই ভাবিলোঁ—ঈশ্বৰ, তুমি দুখীয়াৰ দুৰ্গতি কেতিয়া গুচাবা প্ৰভু।

———— ○ ————

# অভাৱ

মাৰ পৰা হঠাতে চিঠি এখন পালোঁ—'তই যেনে আছ তেনেই আহিবি। দেউতাৰৰ টান। টকা-পইচাও অলপ আনিবি।' চিঠিখন পায়েই মই যাবলৈ ওলালোঁ। মাই মোক চিঠিত প্ৰায়ে টকা-পইচাও অলপ আনিবি বুলিহে লিখে। আচলতে টকা-পইচা অলপ নহয়, ঘৰখনত বহুতেই লাগে। এতিয়াতো ক'বৰেই হৈছে যে দেউতা বেমাৰত পৰিছে। কিন্তু বেমাৰ নহ'লেও তেওঁ কাম-বন নকৰে। তেওঁ বৰ অকামিলা। দেউতাৰ বেমাৰৰ চিঠিখন পাই আজি মোৰ কিয় জানো বুকুখন কঁপি উঠিছে কব নোৱাৰোঁ। টকা-পইচাও মোৰ হাতত বেচি নাই। তথাপি যিখিনি আছিল আৰু অলপ ধাৰ লৈ মই যাবলৈ ওলালোঁ।

চহৰৰ পৰা আমাৰ গাঁৱলৈ তিনিকুৰি বাৰ মাইল দূৰ। ৰেলেৰেও যাও পাৰি, মচৰ-বাচত যোৱাৰো সুবিধা আছে। মই সচৰাচৰ ৰেলগাড়ীত যাবলৈ ভাল পাওঁ। কাৰণ ভাৰাও কম, যোৱাতো আৰাম। ঘৰখনৰ অভাৱ-অনাটনে মোক বহুত হিচাবী কৰি তুলিছে। এই ভৰ ডেকা বয়সতো মুক্তমনে পইচা খৰচ কৰিবলৈ নাপাওঁ। মই ষ্টেচনলৈ গৈ তৃতীয় শ্ৰেণীৰ টিকট এটা কিনিলোঁ। গাড়ী আহিল। মই উঠিলোঁ। মনটো কিবা এটা হতাশাই জুমুৰি দি ধৰিলে। তৃতীয় শ্ৰেণীৰ ডবাৰ যাত্ৰীৰ হুলস্থুলৰ মাজতো মই আন চিন্তা কৰিব নোৱাৰিলোঁ। কিয় জানো মা-দেউতাৰ আৰু ঘৰখনৰ আন সকলোটি ভাই-ভনীৰ ছবিবোৰ মোৰ মানস-চকুত এটা এটাকৈ ভাহি উঠিল। তাৰ ভিতৰত মাৰ ছবিখন দেখিলোঁ—অতি কৰুণ।

ঘৰখনত মই ডাঙৰ ল'ৰা। মোৰ তলত দুজন ভাই আৰু তিনিজনী ভনী। ভনী তিনিজনীৰ দুজনীক বিয়া দিবৰ হৈছে। দৰা কৰোঁপৰা অহা নাই। ভাই দুজনো চেমনীয়া হৈ উঠিছে। স্কুললৈ গৈ আছে আটাইকেইটাই। কিন্তু নামতহে। হাজিৰা বহীত সিহঁতৰ নাম নাথাকেই। প্ৰায়ে নাম কটা যায়। মাচুল দিব নোৱাৰে। দেউতা এনেই অকামিলা, তাতে আৰু তেওঁ ভাং খায়। গাঁৱৰ আৰো দুই-তিনিজনমান অকামিলা মানুহ দেউতাৰ ভাং খোৱা লগ। গধূলি হ'লে তেওঁলোক আহি আমাৰ ঘৰত থুপ খায়হি। ভাঙৰ খোলা আৰম্ভ হয়।

মাৰ সেই বাবে দেউতাৰ ওপৰত বৰ খং। কেতিয়াবা দেউতাক বৰকৈ বকে। লগৰ মানুহ কেইজনে গধূলি জুহালৰ গুৰিত ভাং খোৱাৰ আড্ডা পাতিলে মাই গালি

পাৰে। দেউতা প্ৰায়ে মনে মনে থাকে। খং উঠিলে কেতিয়াবা মাকবৰ্বকে পিটনিও দিয়ে। ভাই-ভনী কেইটাই কান্দনৰ ৰোল তোলে। মই কিন্তু মনে মনে থাকোঁ। ঘৰ আমাৰ এটেটাই। অলপ দীঘল ঘৰটো। তাতেই পাগঘৰো, আমাৰ পঢ়া কোঠা, ভাতখোৱা মজিয়া, জুহাল, শোৱা ঘৰ সকলোখিনি। গতিকে দেউতাই ভাঙৰ খোলা প্ৰায়ে বাৰাণ্ডাত পাতে। তথাপি আমনি হয়। কাৰণ প্ৰথমতে দেউতাক কেইবিধমান বস্তু যতনাই দিব লাগিব। যেনে—ভাংকুটা সৰু পীৰা এখন, কটাৰী এখন, ভাঙৰ চিলিম, নাৰিকলৰ শুকান বাকলি, চাধা অলপ, পানী এঘটী ইত্যাদি।

এইখিনি কাম ভনী দুজনীয়ে এদিন এদিনকৈ পাল পাতি বিনা বাক্যব্যয়ে কৰে। কিন্তু আহি পঢ়িবলৈ বহিলেই আকৌ দেউতাই মাতিব—ডাঙৰ আইটি, আমাক অলপ চাহৰ যোগাৰ দে।' সিহঁতে নামাতিলে আকৌ কব—'বেটীহঁতৰ মুখত পোক লাগিছে। পঢ়ি-শুনি উঠি মোক স্বৰ্গত তুলি থব নালাগে আহ। মই পৰফেচাৰনীৰ দেউতাক নহওঁ।' আকৌ কিবা কিবি ভোৰভোৰাই দেউতা নিজেই উঠি আহে। এইদৰে এইখি নি সময়ত তেওঁ আমাক প্ৰায়ে আমনি কৰিছিল। মই পঢ়া-শুনাত প্ৰায়ে অসুবিধা ভোগ কৰিবলগীয়া হৈছিল।

যেতিয়া ডাঙৰ ৰাগীয়ে ধৰে তেতিয়া তেওঁলোকৰ মাজত নানান মেল ওলায়। এজনে ভাঙৰ চিলিমটোত খুব জোৰে দীঘলকৈ টান এটা মাৰি নাকে-মুখে ধোঁৱা উলিয়াই দি আন এজনক চিলিমটো আগবঢ়াই দি ক'ব—'বৰ কড়া হৈছে, চাধা কেইপেচ দিছিলাহে আনন্দি?' আনন্দি বোলাজনে চিলিমটো হাত পাতি লৈ ক'ব—'আঢ়ৈ পেচ দিছিলোঁ। কুটাত ভাল নহ'ল হবলা।' তাৰ পাচত আকৌ উৰাই-মুৰাই চিলিমত টান দিব। এইখিনি সময়ত তেওঁলোকৰ নাকেৰে ওলায় আৰু গলৰ কণ্ঠত ওকোঁটা কেওঁত কেওঁত শব্দ বাহিৰ হয়। দেউতাই অলপ অলপ ৰঙা চাহ আগবঢ়াই দিব। আটায়ে তাকে টকালি পাৰি পিব। চাহো বেচি ভাগ পকা কলেৰে খায়। কাৰণ চেনী বা গুড় আমাৰ প্ৰায় নাথাকেই। তাৰ মাজৰে পীতাম্বৰ নামৰ ওজনে কব—'আজি কালি গাখীৰ টুপিও পাবলৈ নাইকিয়া হ'লহি। কি চাহ খাবা।' মাণিক বোলাজনে ক'ব—'এৰা। শস্য, মৎস্য সব টুটিল। আন এজনে আকৌ এইটোকে সুৰ লগাই টানিব। এইখিনি সময়ত তেওঁলোকে দেশ-বিদেশৰ গল্পৰপৰা আৰম্ভ কৰি শাক খোৱা সকলো মেলকে কৰিব। তেওঁলোকৰ মতে 'বিৰ্ টিচৰ। দিন নাই। 'মহাৰাণীয়ে ভাৰথ চলোৱাৰ দিনত বস্তু উভেনদী আছিল। ধুতীৰ দাম বাৰ অনা, সূতাৰ পোৱা ছপইচা, চেনিৰ সেৰ এপইচা আৰু তোমাৰ মাছ, গাখীৰ কি খাবা।' এই ভাং খোৱা সঙ্গী কেইজনৰ ভিতৰত আমাৰ দেউতাৰ ল'ৰা-ছোৱালী কেইটিয়েই বেচি বিদ্বান । অৰ্থাৎ মই দশম মানত পঢ়োঁ। বাকীকেইজনৰ এজনৰ ল'ৰা-ছোৱালী একো নাই । আন এজনৰ দুজন ল'ৰা। এজনে খেতি কৰে আৰু আনজনে দিচাংমুখত চাকৰি কৰে। চাকৰি মানে দোকানে দোকানে পানী দিয়া কাম। এজনৰ চাৰিজনী জী।

গাভৰু হৈ ঘৰতে আছে, বিয়া দিব পৰা নাই। সেয়ে দেউতাই অলপ গৰ্ব কৰি কয়— 'ডাঙৰটো ল'ৰা 'মেৰটিক'ত দিছোঁ। সি 'মেৰটিক' পাৰ হ'লে আৰু পঢ়িব নালাগে। 'ৰেলুৱেইত' কেৰাণী কৰিব।' বাকী কেইজনে হয় হয়, বেছ বেছ, ভাল হব বুলি শলাগে আৰু কয়—'এৰা, মাহাজনৰ কেতিয়াবালৈ সুখ হব।' দেউতাৰ মতা নাম মহাজন। এবাৰ হেনো দোকান এখন দি বহুত টকা ঘটিছিল।

ভাঙৰ খোলা ভাঙি মানুহবোৰ ঘৰাঘৰি গ'লে, দেউতা ভাতৰ পাতত বহে। মাই যদি আঞ্জা-তৰকাৰী ৰন্ধাত বেয়া কৰে, তেন্তে দেউতাই গালি পাৰে—'হেঃ দণ্ডীৰ জীয়েক, (মোৰ দেউতাকৰ নাম দণ্ডী) এই সোপা ৰান্ধিছ বেপেৰৰ মূৰ।' তাৰ পাচত আঞ্জাৰ বাটিটো ঠেলা মাৰি দিয়ে। মাই তেতিয়া মাত দিয়ে—'ৰান্ধিবলৈ মোক বস্তু ভৰাই দিছে নহয়, তাকে ৰান্ধি-বাটি তপ্ তিয়াৰকৈ থম।' তেতিয়া আৰম্ভ হয় যুদ্ধ। মই লাজ আৰু দুখত মনে মনে থাকোঁ। বাকীকেইটাই কান্দি-কাটি হুলস্থুল লগায়।

লাহে লাহে আমাৰ দিনবোৰ বৰ দুৰ্বহ হৈ আহিল। মাই প্ৰায়ে চকুপানী টোকে। আমি ডাঙৰ কেইটাই প্ৰায়ে লঘোনে থাকিবলগীয়া হয়। দেউতাই একো নকৰে। ক'লৈকো ধান-চাউল বিচাৰি নাযায়। গাঁৱৰ অৱস্থাপন্ন কেইঘৰমান আমি ভাই-ভনীকেইটিৰ মৰমতে কেতিয়াবা ধান-চাউল অলপ দিয়ে। কিন্তু শুকান বালিক কিমান তিয়াব? মাই ওচৰৰ দুই-তিনি ঘৰমানত গৈ ঢেঁকী দি অলপ-চলপ চাউল আনে। কেতিয়াবা পাইকাঁৰকুচিৰ খুৰীটীয়ে একোকাঁহী পঁইতা ভাত দিয়ে। সৰু কেইটাই মাছ পুৰি তাকে খাং-খিংকৈ খায়। মাই কেতিয়াবা হুকহুকাই কান্দে। মোৰ চকুৰ পানী গিৰ্ গিৰকৈ ওলায়। ডাঙৰ দুজনী ভনীয়ে ফেঁকুৰি ফেঁকুৰি কান্দে। গাঁৱৰ কিছুমানে আকৌ মাক কয়—'ডাঙৰ ল'ৰাটো ক'ৰবাত নথৰ কেলেই? ইহ্ পেটত খাবলৈ ভাত নাই, ল'ৰা পঢ়ুৱায়!' মাই একো উত্তৰ নিদিয়ে।

দেউতা ক্ৰমে ক্ৰমে বেচি অকামিলা হৈ পৰিল। তেওঁ কেৱল জঙ্গলী ভাংবোৰ খায় আৰু কিবাকিবি ভাবি বহি থাকে। ভাতো দেউতাই দুবেলা খাওঁ কেতিয়াওঁ নকয়। ইচ্ছা হ'লে কেতিয়াবা দিন হাজিৰা কৰিবলৈ ওলাই যায়। আমাবো বেচিভাগ এসাজতে চলে। মুগ, মচুৰ, ৰহৰ দাইল বহুদিন দেখাই নাই। আঞ্জাৰ ভিতৰত মাই বেচিকৈ ৰান্ধে ঔ টেঙা, কচু, কেঁচাকল, অমৰা, কৰ্দৈ আৰু বনৰীয়া শাক কিছুমান। অসম প্ৰকৃতি আইৰ অক্ষয় ভঁৰাল। সেই বুলিহে আমি ৰাছি আছোঁ। মাই প্ৰায়ে দেউতাৰ লগৰ কাজিয়া কৰে। দেউতাই সেইদৰে বহি থাকিলে মাই কয়—'ক'ৰবালৈ ওলায় গ'লেওতো হয়। ঘৰত বহি থাকিলেই আপোনা-আপুনি পেট ভৰিবনে?' দেউতা নাযায়। আমাৰ দুখ কুলাই-পাচিয়ে নধৰা হ'ল। ভনী দুজনী গাভৰু হৈছে। সিহঁতে এখন ভাল কাপোৰ লবলৈ বিচাৰে। কিন্তু পাব ক'ত? কিবা প্ৰকাৰে সূতা কেইপোৰামান কিনি আনি সিহঁতে শালত বই লৈছে। আমি ভাইকেইটাৰো প্ৰত্যেকৰে খাকী কাপোৰৰ হাফ্ পেণ্ট আৰু

একোটা ঘৰুৱা শালত বোৱা কাপোৰৰ, তলত পকেট নোহোৱা হাফ্ চার্ট। দুযোৰা কাপোৰ পিন্ধা মোৰ মনত নপৰেই। সেইলৈ অৱশ্যে আমাৰ দুখ নাছিল।

শেষত ভগৱানে যেনিবা মুৰ দাঙি চালে। মই মেট্রিকটো পাছ কৰিলোঁ। মেট্রিকটো পাছ কৰিবলৈ মই কিমান দুখ-কষ্ট সহ্য কৰিবলগীয়া হৈছিল সেইটো ভগৱানে জানে। তাৰ পাচত চাকৰি বিচাৰি বিচাৰি চহৰ পালোঁহি। ঈশ্বৰ সদয়, চাকৰি এটা পালোঁ। কেৰেণী চাকৰি। সেইদিন ধৰি ঘৰখন অলপ জীপাল জীপাল হ'ল। মই খুব কষ্ট কৰি চলি ঘৰলৈ মাহেকত ষাঠি-সত্তৰ টকা পঠাওঁ। এইখিনি টকা আমাৰ ঘৰত বহুত টকা। টকাখিনি পালে মাৰ আনন্দত সীমা নাই । মোলৈ প্ৰায়ে চিঠিত লিখে—'পইচা-পাতি চাই-চিতি খৰচ কৰিবি। ঘৰলৈ আহিলে অলপ টকা আনিবি।' শেষত বিঃ দ্ৰঃ দি ভনী দুজনীযে লিখে—আমালৈ বুটা বছা মেখেলা দুখন আৰু দুটা চিল্কৰ ভাল ব্লাউজ আনিবি দেই ককাইদেউ। বিহুত তই জৰুৰ আহিবি।' এইবোৰ কথাত মোৰ কেতিয়াবা আনন্দৰ চকুপানী ওলায়।

কিন্তু আজি দেউতাৰ বেমাৰ হোৱা খবৰৰ চিঠিখন পাই মোৰ বৰ দুখ লাগিছে। ৰেলগাড়ীৰ ডবাত হুবহি মই এয়া অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ অযুত কথা ভবিছোঁ। অতীতৰ কৰুণ স্মৃতিবোৰ মই সকলো পাহৰি গৈছিলোঁ। আজি কিয় জানো সেইবোৰ মোৰ বাৰে বাৰে মনলৈ আহিছে। মই ঘামি উঠিছোঁ। বাৰে বাৰে দুখন মুখৰ ছবি মোৰ চকুৰ আগত ভাঁহি উঠিছে—এখন মাৰ, আনখন দেউতাৰ। তাৰে ভিতৰত মাৰ ছবিখন অতি কৰুণ আৰু দেউতাৰখন অপৰাধীৰ দৰে ম্লান।

গাড়ী আহি মই নামিব লগা ষ্টেচনত ৰ'ল। মই নামিলোঁ। তেতিয়া আন্ধাৰ হৈছিল।

ষ্টেচনৰপৰা গাঁৱলৈ আকৌ চাৰি মাইল খোজ কাটিব লাগে। মিট্ মিট্ কৰে আন্ধাৰৰ মাজেৰে মই গৈ আছোঁ। কেতিয়া ঘৰ পাওঁ এই চিন্তাত মোৰ খোজবোৰ দীঘল আৰু খৰ হৈছে। কিছুপৰৰ পাচত মই পদূলিত থিয় দিলোঁ। ৰাতিৰ আন্ধাৰত পদূলিটো নিস্তব্ধ হৈ আছে। ক'তা কাৰো সাৰসুৰ নাই। মই চোতাল সোমাই লাহেকৈ 'মা' বুলি মাত দিলোঁ। ভনী দুজনী আৰু মা ওলাই আহিল। সিহঁতৰ মুখবোৰ দেখিলোঁ- মলিন। বুকুখন মোৰ চিৰিংকৈ উঠিল।

মই প্ৰথমতে সুধিলোঁ—"দেউতাৰ অসুখ কেনে হৈছে।" দেউতাই চকুদুটা ঘূৰাই মোৰ পিনে চালে। কিবা কব খুজিছিল হবলা মাৰ ওচৰত সকলো খবৰ ললোঁ। ডাক্তৰ লগোৱা হৈছিল নে নাই, কি ঔষধ খুৱাইছে, কিমান দিন হ'ল ইত্যাদি। মাই ক'লে—"ডাক্তৰনো মই ক'ৰ পৰা লগাম। মোৰ হাতত জানো পইচা-পাতি আছে। নিভাবাৰ পানী খুৱাইছোঁ কেৱটলমান।" মোক আগতে খবৰ নিদিয়া বাবে অলপ খং কৰিলোঁ। তেওঁলোকে ভাবিছিল সাধাৰণ জ্বৰ, সোনকালে ভাল হব। সেয়ে মোক খবৰ দিয়া নাছিল। এতিয়া দেখিলোঁ

পৰিস্থিতিটো খুব ভয়ানক হৈ উঠিল। অলপ পাচতে দেউতাই মোক হাতেৰে ইঙ্গিত দি মাতিলে। মই গৈ ওচৰত বহিলোঁ। মোৰ হাত দুখনত ধৰি তেওঁ সেহাই সেহাই ক'লে--"বাচা, মোৰ বহুত দুখ ৰ'ল। তোৰ বিয়াখন পাতিব নোৱাৰিলোঁ। লখিমী আইজনীক এঠাইত গতাব নোৱাৰিলোঁ। মই কি কৰিম বাচা।" দেখিলোঁ দেউতাৰ চকুৰে গিৰ্ গিৰ্কৈ পানী ওলাইছে। মাও ওচৰত বহি আছিল। তেৱোঁ আঁচলেৰে চকু মচিবলৈ ধৰিলে।

অলপ সময় সেইদৰে দেউতাৰ ওচৰত বহি থাকিলোঁ। তাৰ পাচত উঠি গৈ ভাইটিহঁতৰ পঢ়া কোঠালীটোত বহিলোঁ। লখিমী আৰু আইজনীয়ে মূৰে-কপালে হাত দি বহি আছে, বাকী কেইটা শুই আছে। মা ওচৰলৈ আহি মোক ক'লে—"বোপাই, ৰাতিপুৱাই তই টৌকাবন্ধাৰ প্ৰতাপ ডাক্তৰৰ তালৈ যাবি। টকা-পইচা অলপ আনিছনে বাৰু? চাচোন ভগৱানে আমাক কি কষ্ট দিছে। এনেয়ে নাই খাবলৈ ভাত, পিন্ধিবলৈ কাপোৰ, তাতে আকৌ বেমাৰ। বেমাৰো হ'ল ঘৰখনৰ মূল মানুহটোৰ। হোৱাই নোহোৱাই ভালে থকাত দুই এমোন ধান আনিছিলেই, আজিতো কেইদিনমান উঠিবই পৰা নাই। মই মানুহজনীয়ে কি কৰিম। মই কপালত সুখ সাধি অহা নাছিলোঁ। তইঁতেও মোৰ দৰেই পোৰা কপাল লৈ পৃথিৱীলৈ আহিছ।" চকুৰ পানী টুকি টুকি মাই কথাবোৰ কৈছিল। মই একো নামাতিলোঁ। ভনী দুজনীৰ পিনে চালোঁ—সিহঁতেও কন্দিছে।

মই মাৰ কথা ভাবিলোঁ। এদিন সৰু ভাই-ভনীকেইটাই ভোকত কান্দিছিল। সিহঁতক দিনটোত দুই-তিনিবাৰ ভাত লাগে। কিন্তু দিযে ক'ৰপৰা? তেতিয়া মাই সিহঁতক কৈছিল--'মই গৈ ক'ত মৰিম। তহঁতৰ বাপেৰ আছে থম্ থম্কৈ বহি। বাপেৰ মৰি যোৱা হ'লে তহঁতক মই খুজি-মাগি খুৱালোঁহেতেন। এতিয়া খুজিলেও মানুহে মুখত শু দিব। আৰু গিৰীয়েক থকা তিৰোতাক ভিক্ষা মাগিলেই বা দিব কিয়?' দেউতাই কথাখিনি শুনি আছিল। মাত দি ক'লে—'তই ঠিকেই কৈছ দণ্ডীৰ জীয়েক। ৰ মই কৰবাত জাহ দিয়েই মৰিম।' আজি মোৰ এইবোৰ কথা মনত পৰিল। আজি দেখিলোঁ দেউতাৰ বেমাৰত মা অত্যন্ত অসুখী হৈ পৰিছে। দেউতাৰ বেমাৰত তেওঁৰ আজি অন্তৰখন বাৰে বাৰে কান্দি উঠিছে।

খণ্ডতে কোৱা সেইবোৰ কথাৰ যেন আজি একো অৰ্থ নাই। পেটৰ ক্ষুধা, ল'ৰা-ছোৱালীৰ বিলৈ সহিব নোৱাৰি হয়তো মাতৃয়ে সেইবোৰ কথা কৈছিল। কিন্তু বাস্তৱ ক্ষেত্ৰত ই তেনেই অমূলক। আজি মাৰ মুখখন দেখিছোঁ, অতি কৰুণতম প্ৰতিচ্ছবি তেওঁৰ মুখত ভাহি উঠিছে। পৃথিৱীখন নিষ্ঠুৰ বুলি, জীৱন অসাৰ বুলি মায়া-মমতা মিছা বুলি আজি মোৰ ধাৰণা হ'ল।

ৰাতি একমান বজাত দেউতা ঢুকাল। ঘৰখনত কান্দনৰ ৰোল উঠিল। মা, ভাই-ভনী কেইটাই চিঞৰত গগণ ফালিছে। মাটিত বাগৰি, হিয়া-থাকুৰি মায়ে কান্দিবলৈ ধৰিলে। মোৰ মূৰটো চক্ৰাকাৰে ঘূৰিবলৈ ধৰিলে। মই কি কৰ লাগে, কি কৰিব নালাগে,

সকলো পাহৰি গ'লোঁ। আনকি কান্দিবলৈও পাহৰি গ'লোঁ।

মা কান্দি কান্দি অচেতন হৈ পৰিল। লখিমীহঁতে মূৰত পানী ঢালিলে। চেতনা পাই তেওঁ এইবাৰ মোৰ পিনে চালে। তাৰ পাচত মোক সাৱট মাৰি ধৰি বিলাপ কৰিলে—'ইচৰ, তুমি মোক ইমান কষ্ট দিলা। বাছা মোৰ, ইমান দিনে খুৱালে নুখুৱালেও তহঁতৰ দেউতাৰ আছিল। সংসাৰৰ বোজাটো তোৰ মূৰত পৰাহি নাছিল। আজিৰ দিন ধৰি তহঁত পিতৃহীন হলি। মোৰ বোপাই, তই এতিয়া ইমান বোজা কেনেকৈ সবিবি ঐ' বুলি ইমান-বিনাই মাই কান্দিলে।

এইবাৰ মোৰ চকুৰে ধাৰাসাৰে পানী ওলাল। ভালেমান সময় ময়ো হুক্ হুকাই কান্দিলোঁ। পৃথিৱীখনৰ আজি বহুত ওলট-পালট হোৱা যেন পালোঁ। মই ইমানবোৰ বোজা কেনেকৈ সহিম? গাভৰু ভনী দুজনীৰ মুখ দুখন আগত ঘূৰিবলৈ ধৰিলে। মই সিহঁতক ক'ত বিয়া দিম? দেউতা আছিল বুলি ইমান দিনে মুক্ত আছিলোঁ। আজি যেন মোৰ হাতত শিকলিৰ বান্ধ এটা লাগিল।

মাই আকৌ কান্দি কান্দি ক'লে—'আজি মই বিধবা হ'লোঁ। এতিয়া আৰু মই কাক বকিম? ভাত খাবলৈ বহোঁতে এতিয়া আৰু কোনে আমনি কৰিব?' কান্দি কান্দি মা বাউলি হোৱাদি হ'ল। দেউতাৰ প্ৰতি থকা মৰমবোৰ যেন আজি আগ্নেয়গিৰিৰ লাভা ওলোৱাদি ওলাল। মা-দেউতাৰ কাজিয়াবোৰ ইমান দিনে যেন ভুৱাহে আছিল, এনে লাগিল মোৰ।

লাহে লাহে গাঁৱৰ মানুহ আহি ঘৰ ভৰি পৰিল। দেউতাৰ সঙ্গী কেইজনো আহি মূৰে-কপালে হাত দি চকুপানী টুকিলে। কিছুমানে শটো দাহন কৰিবলৈ মোক উপায় বুদ্ধি দিবলৈ ধৰিলে। মই কিন্তু থিৰ কৰি নিশ্চল হৈ ভালেমান পৰ ভাবি ৰলোঁ। মোৰ আত্মা-পৰমাত্মাত মাত্ৰ এটা সুৰ বাজি থাকিল— আজি আমাৰ দেউতা মৰিল।

———— o ————

# সাৰথি

অৱশেষত মই বিয়া কৰালোঁ। বিয়া কৰাই মই কিমান দুখ পাইছোঁ কব নোৱাৰোঁ, কিন্তু সুখ হ'লেই মই পোৱা নাই। মানসিক শান্তি মোৰ অকণো নাই। খাবলৈ ভাত এমুঠি আৰু পিন্ধিবলৈ কাপোৰ এখন পালেই যথেষ্ঠ নহয়, মানুহক আৰু কিবাকিবি লাগে। নতুনকৈ বিয়া কৰাই এহাল নৱ-দম্পতিয়ে কিমানখিনি পইটা খৰচ কৰি খাব লাগে তাক অন্ততঃ বহুতেই জানে, আৰু সিমানখিনি পইচা খৰচ কৰিবলৈ নাপালে কি মানসিক অসুখত ভুগিবলগীয়া হয় তাকো বহুতে উপলব্ধি কৰিব পাৰে। মোৰো সেয়ে হ'ল।

মই যিজনী ছোৱালীক বিয়া কৰালোঁ সেইজনী ছোৱালীক বিয়া কৰাবলৈ ককাইদেউহঁতে বাধা কৰিছিল। মাই- ককাইদেৱে কৈছিল,"চা বাপধন, আমি সকলোৰেপৰা তোক ইমান কষ্ট কৰি পঢ়ুৱালোঁ। তোক আমি ধনী মানুহৰ ঘৰৰ ছোৱালী বিয়া কৰাই দিম। সেই পাত পাৰিবলৈ ঠাই নথকা ছোৱালীজনীক বিয়া কৰাই তই গৰুটোহে পাবি, আনকি পঘাডালো নাপাব।" অৰ্থাৎ ককাদেউহঁতে আশা কৰিছিল মই চহকী মানুহৰ ছোৱালী বিয়া কৰালে বহুত কিবাকিবি পাম। কিন্তু মই সেইটো নকৰিলোঁ। কেও-কিছু নোহোৱা সেই ছোৱালীজনীকেই বিয়া কৰালোঁ। সেই কাৰণে ককাইদেউহঁতে মোক বেলেগ কৰি দিলে। মাটি-বাৰী আমাৰ নিচেই কম। ককাইদেউহঁতে খেতি কৰি কোনোমতে পেটৰ ভাতমুঠি উলিয়ালে। কিন্তু মই কৰোঁ কি?

বিয়া কৰাবৰ আচলতে মোৰো ইচ্ছা নাছিল। কিন্তু কিছুমান এনে পৰিস্থিতি আহি মোৰ সন্মুখত উপস্থিত হ'ল যে মই সেই পৰিস্থিতিক সহজে মানি লব নোৱাৰিলোঁ। সাবিত্ৰী নামৰ ছোৱালীজনীকে যে বিয়া কৰাম এই ভাব মোৰো নাছিল। সেই ভাব নথকা ,সত্বেও মই সাবিত্ৰীক বিযা কৰাই পেলালোঁ। অলপ পঢ়া-শুনা কৰিছোঁ বাবেই হবলা মনটো বৰ উদাৰ হৈছে। এই উদাৰতাৰ পৰিচয় দিবলৈকে মই সাবিত্ৰীক বিযা কৰালোঁ।

সাবিত্ৰীৰ ভিনিহীয়েকৰ ঘৰ আমাৰ গাঁৱত। ভিনিহীয়েকৰ ঘৰলৈ আহোঁতে হঠাতে এদিন মোৰ লগত চিনাকি হ'ল। সেই চিনাকিৰ চলতে তাইক সুধিলোঁ—"পঢ়া-শুনা এৰিলা নেকি সাবিত্ৰী ?"

"আমাকনো আৰু কোনে পঢ়াব? মা- দেউতা সকলোতে মৰি গ'ল।"

"কিয়, স্কুললৈ দেখোন গৈ আছিলা?"

"আছিলোঁতো । পিছে বৰ দেউতাহঁতে এৰুৱাই দিলে। বোলে, নালাগে পঢ়ি-শুনি হাকিমনী হ'বলৈ।"

মোৰ মনটো বেয়া লাগিল। সচাইতো, পঢ়িবলৈ মন থকা এজনী সাবিত্ৰীয়ে কিজানি পঢ়িব পাৰিলেহেঁতেন। কিন্তু মন বেয়া লাগিলেও মোৰ কৰিবলৈ একো উপায় নাছিল।

তাৰ কেইদিনমান পাটত এদিন সাবিত্ৰীয়ে মোক ক'লে—"বৰ দেউতাহঁতে মোক জোৰ কৰি বিয়া দিবলৈ ওলাইছে। এই বিয়াত মোৰ মত নাই।" মই মন নোহোৱাৰ কাৰণটোনো কি সুধিলোঁ। সাবিত্ৰীৰ চকুৰে দুটোপাল পানী ওলাল। মুখখন দেখিলোঁ ৰঙা পৰি উঠিল। মই তাইৰ মুখলৈ চাই আজিহে যেন আবিষ্কাৰ কৰিলোঁ—সচাকৈ ছোৱালীজনী ধুনীয়া। সাবিত্ৰীয়ে ঠিক কন্দাৰ নিচিনাকৈ ক'লে—"আমাৰবোতো মন বুলি কথা এটা আছে। মদপী, অকৰ্মণ্য এটালৈ মোক বান্ধি-ধৰি বিয়া দিবলৈ উলাইছে!" মোৰ বুকুখন গলি গ'ল। ক'লোঁ—"তেনেহলে তুমি কি কৰিম বুলি ভাবিছা?" তাই ক'লে—"একো কৰিব নোৱাৰিলেও কিবা এটা কৰিম বুলি ভাবিছোঁ।" মই খুব ব্যগ্ৰভাবে সুধিলোঁ—"কি?" তাই খুব সহজভাৱেই ক'লে—"বিয়াৰ দিনা ৰাতি কৰবীৰ গুটি খাই মৰিম।" মই বিস্ময়ত হতবাক হ'লোঁ। চকু দুটা থিৰ কৰি সাবিত্ৰীৰ চকুত চকু ৰাখি ক'লোঁ—"বাপ্ ৰে বাপ, সেইটো নকৰিবা।"

সাবিত্ৰী আস্বস্ত হ'ল? তাই মোৰ ভাষা বুজি পালে। ময়ো ভাবিলোঁ এনেজনী ছোৱালীক বিয়া কৰালেতো মোৰ একো অসুবিধা নহ'ব। সেয়ে হ'ল। চাৰিওপিলে হুলস্থুল লাগি পৰিল। বিয়াৰ দিনা ৰাতি সাবিত্ৰী পলাই আহি ভিনিহীয়েকৰ ঘৰত উঠিল। তাৰ পাচদিনা মই প্ৰস্তাব দিলোঁ—সাবিত্ৰীক বিয়া কৰাম বুলি। আমাৰ ঘৰতো হুলস্থুল লাগিল। ককাইদেউহঁতে মোক নানা ভৰ্ৎসনা কৰিলে। মাজু ককাইদেৱে প্ৰথমতে বুজালে, তাৰ পাচত গালি পাৰিলে; অৱশেষত কান্দি কান্দিয়ে ক'লে—"তই পঢ়ি-শুনি এইটোহে কৰিলি?"

পঢ়ি-শুনি এইটোহে কৰিলি বুলি মোক গাঁৱৰ দুই চাৰি জনেও ক'লে। আমাৰ গাঁওখন অতি পিচ পৰা গাওঁ। শিক্ষা-দিক্ষা সকলো পিনেই। মানুহবিলাকৰ অভাব-অভিযোগ বেচি। লিখা-পঢ়া কৰিব কোনো মানুহে নাজানেই। মানুহবোৰে জানে কেৱল কি কৰি ভাত খাব লাগে। গাভৰু ছোৱালীবোৰে জানে কেৱল কি কৰি ভাত খাব লাগে। গাভৰু ছোৱালীবোৰে বুকুলৈকে মেখেলাখন পিন্ধি, আঠুলৈকে মেখেলা উজাই পথাৰত মাছ মাৰে, ভূই ৰোৱে, কঠিয়া তোলে। গাঁৱৰ ভিতৰত ময়েই বিদ্বান। গতিকে গাৱত মই বিদ্বান মানুহটোৱেই যেতিয়া এনেকাম কৰিলোঁ, গাঁৱৰ মানুহখিনিয়ে মোৰ নামত নানা তথা উলিয়ালে।

কিন্তু এইখন গাঁৱৰ মানুহৰ নানা কথালৈ মই ভয় নকৰিলোঁ। যিখন গাঁৱৰ মানুহে

টাউনৰপৰা এজন পুলিচ গ'লে বেৰি দৌৰি পলায়, যিখন গাঁৱৰ ল'ৰা-তিৰোতাই টাউনৰপৰা দুজন মানুহ গ'লে বেৰি ধৰি চাই, যিখন গাঁৱৰ মানুহে ল'ৰা-ছোৱালী পঢ়ুৱামানে অসভ্য হোৱা বুলি ভাবে—সেইখন গাঁৱৰ মানুহৰ ভালপোৱা বেয়াপোৱালৈ কাণ নকৰি মই সাবিত্ৰীক বিয়া কৰালোঁ।

ককাইদেউহঁতে মোক বেলেগ কৰি দিলে। মই এটা সৰুকৈ ঘৰ সাজিলোঁ। খেতিৰ মাটি যি অলপ ভাগত পালোঁ তাক গাঁৱৰে এজন মানুহক আধিয়াত দিলোঁ। সাবিত্ৰীয়ে ঘৰটো ধুনীয়াকৈ সজালে। বিয়াৰ পাচত তিনি দিনমান সাবিত্ৰীয়ে কান্দিলে। তেওঁ মোক ক'লে—"আপুনি মোক বিয়া কৰাই দুৰ্ভাগ্য মাতি আনিলে। বৰ বিপদত পৰিলে এতিয়া।" মই তেওঁক বুকুৰ মাজত আলফুলকৈ সাবটি ধৰি কেইটামান চুমা খালোঁ। ক'লোঁ—'তুমি দুখ নকৰিবা সাবিত্ৰী। তোমাক সুখ দিবৰ কাৰণে মই দুখ কৰিবলৈ আগবাঢ়িছোঁ। তুমি আনন্দত থাকিলে মই বল পাম, উৎসাহ পাম। তুমি জনা-বুজা ছোৱালী বুলি, শিক্ষাৰ পোহৰ পোৱা ছোৱালী বুলি তোমাক মই গ্ৰহণ কৰিলোঁ। গতিকেই তুমি আকৌ অবুজন নহবা।' সাবিত্ৰীয়ে মোৰ মূৰটো পিহি দিলে। ভৰিত চুমা খালে। হাঁহিলে। উজ্জ্বল হাঁহি। মুকুতাৰ টুকুৰাৰ দৰে দাঁত। পূৰ্ণিমাৰ জোনৰ দৰে তেওঁৰ মুখখন। সাবিত্ৰীক মই সাবটি ধৰিলোঁ।

কেইদিনমান আমি খুব আনন্দতে কটালোঁ। ৰাতি বিছনাত আমাৰ অন্তহীন মেল। সাবিত্ৰীয়ে কথা ক'লে মই মুখৰ পিনে চাই থাকোঁ। এনে সুন্দৰ ল-নিকৈ তেওঁ কথা কব পাৰে। বিন্দুকুৰি গাঁৱৰ জ্ঞান আৰু বুদ্ধিৰে ভৰপূৰ যৌৱনোদ্দীপ্ত এনে এজনী গাভৰুক শ্ৰীফটিক কাকতীয়ে কিয় বাৰু এজন মদপী অকৰ্মণ্যৰ তালৈ বিয়া দিবলৈ উলিয়াইছিল মই ভাবি নাপাওঁ। মানুহবোৰে এতিয়াও সভ্য হবলৈ শিকা নাই নেকি? এজনী ছোৱালীৰ ইচ্ছাৰ বিৰুদ্ধে বিয়া দিবলৈ উলিওৱা যুগ আজিও আছে বুলি ফটিক কাকতীহঁতক কোনেও বুজাব পৰা নাই নেকি? নহয়, নহয়, মোৰ ভুল হৈছে। অকল ফটিকহঁতকে নহয়, মোৰ ককাইদেউহঁতকো বুজনি দিব পৰা নাই কোনেও। মোৰ বৰ দুখ লাগিল। আমাৰ মানুহবোৰে অন্তত বুজিবলৈ কেতিয়াকৈ শিকিব বাৰু!

কেইদিনমান পাচত মোক সাবিত্ৰীয়ে ক'লে, "আপুনি এইদৰে ঘৰত বহি থাকিলে নহব। কিবা এটা কৰক গৈ। মোৰ পাটো শিহৰি উঠিল। এৰা, কিবা এটা কৰিবলৈ মোক সাবিত্ৰীয়ে সকীয়াই দিলে। বিয়াৰ পাচত আজি কেইবাদিনো এনেয়ে বহি কটোৱাৰ পাচত মোক অভাৱে লগ দিছে। আচলতে আধিয়াৰ ধানখিনিৰে আমাক ভালদৰে খাবলৈকে নুকুলাই। আতে আকৌ আন আন খৰচবোৰ কৰপৰা আহিব। মোৰ ভয় হ'ল, সাবিত্ৰীয়ে নিশ্চয় কিছুমান অভাৱ অনুভৱ কৰিছে যিবোৰ অভাৱ মই পূৰণ কৰিব পৰা নাই। এই প্ৰথম বাৰৰ বাবে মই অনুভৱ কৰিলোঁ। মোক চাকৰি এটা লাগে।

পিচদিনাখনেই মই চহৰলৈ ওলালোঁ। সাবিত্ৰীয়ে ৰাতি পুৱাই উঠি খৰ-খৰকৈ

গা-মুৰ ধুই কেইটামান ভাত ৰান্ধিলে। মোৰ বস্ত্ৰ-বাহানিখিনিৰ যোগাৰ কৰি দিলে। ঠিক আহিবৰ সময়ত তেওঁ মোৰ একেবাৰে আহি ভৰিত পৰি সেৱা এটা কৰিলে। মই সাবিত্ৰীৰ মুখলৈ চাই দেখিলোঁ তেওঁৰ চকুদুটাৰে দুটোপাল পানী বাগৰী আহিছে। তেওঁ মোৰ হাতত চিঠি এখন দি ক'লে,"আপুনি প্ৰথমে, মোৰ মাহীদেউৰ সম্পৰ্কীয় ককাইদেউ এজন আছে, তালৈকে যাব। মই চিঠিত লিখি দিছোঁ, আপুনি একো অসুবিধা নাপায়। গা-মুৰ বেয়া হ'লে মোক জনাব। চাই-চিতি চলিব। গৈয়েই মোলৈ চিঠি দিব।" তেওঁৰ কথাকিনি কোৱা হোৱাৰ পাচত মই ক'লোঁ, "মোৰ বাবে তুমি কোনো চিন্তা নকৰিবা। মই মতা মানুহ। মোৰ বিপদ নাই। তুমিহে চাই-চিতি চলিবা। মই কন্দৰ্পৰ মাকক কৈ যাম, ৰাতি তোমাৰ লগত থাকিবহি। কিবা অসুবিধা হ'লেই মোক জনাবা।"

গাড়ীত বহি মই সাবিত্ৰীৰ চিঠিখন খুলিলোঁ। তেওঁ লিখিছে—জীৱন ককাইদেউ, এখেত মোৰ স্বামীদেৱতা। বিয়াৰ হুলস্থূলৰ বাবে হয়তো আপোনালোকে মোক ঘৃণা কৰিছে। মই কিন্তু আপোনাক আমনি কৰিম। এখেতক আপোনাৰ ওচৰলৈ পঠালোঁ। কিবা এটা চাকৰিৰ সুবিধা কৰি দিব। মোৰ অনুৰোধ আৰু শপত ।' চিঠিখন পঢ়ি মোৰ বৰ ভাল নালাগিল। সাবিত্ৰীয়ে মোৰ চাকৰিৰ কাৰণে অনুনয় বিনয় কৰি লিখা চিঠিখন কঢ়িয়াই নিবলৈ মোৰ লাজ লাজ লাগিল। অকল লাজেই ন হয়, দুখো লাগিল মোৰ। নিজকে মোৰ বৰ সৰু সৰু লাগিল। তথাপি চিঠিখন ফালি পেলাবলৈ মোৰ সাহস নহ'ল। চিঠিখন পুনৰ জেপত ভৰালোঁ।

চহৰত জীৱন বৰুৱাৰ ঘৰটো বিচাৰি উলিওৱাত অলপ কষ্ট হ'ল। শেষত যেনিবা পালোঁ। ঘৰত কোন আছে বুলি মাত দিওঁতে এজনী সৰু ছোৱালী ওলাই আহিল। মই তাইক সুধিলোঁ, "তোমাৰ নাম কি মা?" তাই মিচিকিকৈ হাঁহি এটা মাৰিলে। মাজৰ দুটা দাঁত নাই। সেই কাৰণেই হবলা হাঁহিটো মাৰিয়েই মুখত তাই হাত এখন দিলে। তাৰ পাচত ক'লে, "মোৰ নামবিন্তি।" মই দেউতাক ঘৰত আছেনে বুলি সোধাৰ লগে লগেই তেখেতে ওলাই মোৰ পিনে চালে আৰু সুধিলে, "আপোনাক কাক লাগে?" মই তেখেত জীৱন বৰুৱা হয়নে বুলি সোধাত তেখেত হয় বুলি ক'লে। মই চিঠিখন আগবঢ়াই দিয়াত বুকুখনত অলপ লাজ লগা আঘাত অনুভৱ কৰিছিলোঁ। জীৱন বৰুৱাৰ মুখখন মই প্ৰথম প্ৰথম উজ্জ্বল দেখা নাই। অৱশ্যে চহৰত এনেকুৱা হয়েই প্ৰথম প্ৰথম। টালি-টোপোলা লৈ এজন মানুহ উপস্থিত হ'লেই পিচৰখিনি যিয়েই নহওঁক আদিখিনি সময়ত মুখত এটা জুগুপ্সাৰ ভাবে দেখা দিয়ে। মন আৰু মুখৰ ভিতৰত কথা হয়—আহিল জুলুম কৰিবলৈ ঘাঁহতলিত প্ৰসৱ কৰা মিতিৰ . ইত্যাদি। জীৱন বৰুৱাই প্ৰথম মোৰ চিঠিখন লৈ তেনে কৰাই দেখা গ'ল। চিঠিখন পঢ়িও তেওঁ এবাৰ নাহাঁহিলে।

মোক বহিবলৈ দি তেওঁ ভিতৰলৈ সোমাই গ'ল। সোমাই যাওঁতে অৱশ্যে তেওঁ অলপ ডাঙৰ ডাঙৰকৈ কৈ গ'ল—"হেৰা বিমলা, সাবিত্ৰীৰ গিৰীয়েক আহিল।" মই

কাণ-মূৰ জোকাৰি ভালদৰে বহি ললোঁ। বিমলা ঘপকৈ ওলাই আহি মোক ক'লে, "আহক আহক, ভিতৰলৈ আহক। আই ঐ দেহি, সাবিত্ৰীক বিয়া কৰাইছে।" তেওঁ খুব ধুনীয়াকৈ হাঁহিলে। অন্তত উজাৰি অহা হাঁহি। মোৰ এইবাৰ ভাল লাগিল। মনটোত অলপ সকাহ পালোঁ। ভিতৰলৈ গৈ মুখ-হাত ধুই কাপোৰ-কানি সলালোঁ।

এইবাৰ জীৱন বৰুৱাকো ন ন ৰূপত দেখা পালোঁ। মোৰ ওচৰত বহি যিদৰে কথা-বতৰা পাতিলে মোৰ ভালেই লাগিল। কিন্তু চাকৰি সম্পৰ্কে তেওঁ যিটো বক্তৃতা দিলে ভয়ত মোৰ বুকুখন কঁপি উঠিল। তেওঁ ক'লে, আজি কালি সকলোৱে এইদৰে চাকৰি-বাকৰি বিচাৰি আহি জুলুম কৰে। চাকৰি পোৱা বৰ টান। চৰকাৰখনেনোকাক কিমান চাকৰি দিব হ'ল বুলি। মেট্ৰিকটো পাছ কৰিলেই লাগিল এটা চাকৰি। আহিব টাউনখনলৈ দৌৰ মাৰি। মই লাজতে তলমূৰ কৰিলোঁ। হা-না একো উত্তৰ দিব পৰা নাছিলোঁ। তেওঁ ক'লে, "আপোনাক অৱশ্যে মই কোৱা নাই দেই। আপুনি মেৰিদ মেন। ইউ ওৱাণ্ট এ যব্। তাতে আকৌ আমাৰ সাবিত্ৰীক বিয়া কৰাইছে" বুলি তেওঁ হিঃ হিঃ কৈ হাঁহিলে।

তিনিদিনমান এনেয়ে বহি কটালোঁ। সাবিত্ৰীৰপৰা চিঠি এখন পালোঁ। চিঠিখন হাতত পৰাৰ লগে লগে বুকুখন চিৰিংকৈ উঠিল। তেওঁ লিখিছে—'আপুনি যোৱাৰ দিন ধৰি মোৰ ভালদৰে টোপনি অহা নাই। আপোনাৰ গা-মূৰ ভালে আছে নহয়। মোক ইয়াৰ তিৰোতাবোৰে খুব কাটিং মাৰে। মই হেনো আপোনাক বিয়া কৰালোঁ। এতিয়া মোৰ কাৰণে চাকৰি বিচাৰি হাবাথুৰি খাব লাগিছে। নহ'লেনো কি দৌৰাদৌৰিখন আছিল। পঢা ল'ৰা পঢ়ি আছিল ।' সাবিত্ৰীৰ চিঠিখন পঢ়ি মোৰ বেয়া লাগিল। মই চাকৰি বিচাৰি হাবাথুৰি খাইছোঁ— এই কথা গাঁৱত কেনেকৈ ওলাল!

কিন্তু চাকৰি বিচাৰি মই হাবাথুৰি খোৱাই সচা হ'ল। এদিন বৰুৱাই ক'লে- "মেডিকেল কলেজত কেইজনমান ক্লাৰ্ক লব। আপুনি এপ্লিকেচন এখন লিখক। মই লগত যাম। প'ষ্ট মাত্ৰ তিনিটা। এপ্লিকেচন পৰিছে ফিফ্ টিফাইফ। আপোনাৰ কথা মহন্তক কৈছোঁ। ইন্টাৰভিউত ভাল কৰিব।" দৰ্খাস্ত এখন লিখি দি লৈ গ'ল। কেইদিনমান পাচত ইন্টাৰভিউ হ'ল। ডিক্টেচন লিখিবলৈ দিছিল। ইন্টাৰভিউৰ পাচদিনাখন বৰুৱাই ক'লে—"আপুনি ইন্টাভিউত বেয়া কৰিলে। আপোৰুনাৰ হেণ্ড ৰাইটিং খাৰাপ। স্পেলিঙো ভুল হৈছে। তথাপি পাবৰ চাঞ্চ আছে।" চাঞ্চ কিন্তু নাহিল।

লাহে লাহে মোৰ বেয়া লগা হৈ আহিল। এখেতৰ ঘৰত মন মাৰি বহি থাকোঁ। চাকৰিৰ বাবে বহুত দৰ্খাস্ত কৰিলোঁ। ইন্টাৰভিউ দিলোঁ ভালেমান ঠাইত। কৰবাত পৰীক্ষা বেয়া হ'ল। কৰবাত হাতৰ আখৰ বেয়া হ'ল। কৰবাত আকৌ প'ষ্টেই খালী নাই। এদিন বৰুৱাই মানুহৰ ওচৰলৈ লৈ গ'ল। তেওঁ এটা কোম্পানীৰ হায়াৰ অফিচাৰ। পটিক'ত ভালেমান সময় বহাৰ পাচত অফিচাৰ ওলাই আহিল। মোৰ পিনে চাই ক'লে—"অ'

এৰেঁই নেকি আপোনাৰ কেণ্ডিদেট। বাৰু, এম্‌প্লয়মেণ্ট এক্‌চেঞ্জত নাম ৰেজিষ্টাৰ কৰা আছেনে?" মই নাই বুলি ক'লোঁ। তেওঁ ক'লে—"নামটো ৰেজিষ্টাৰ কৰি ললে ভাল হয়। আমি তাঁলে মানুহ খুজিম। তাৰপৰা নামটো ফৰওৱাৰ্ড কৰিব লাগিব।" তাৰ পাচত আমি উঠি আহিলোঁ। মোৰ মুখৰ মাত-বোল নোহোৱা হ'ল। বন্ধুৱাই ক'লে—"আপুনি এম্‌প্লয়মেণ্ট এক্‌চেঞ্জত নামটো ৰেজিষ্টাৰ কৰি লওক। মই আকৌ তেওঁক এবাৰ কৈ দিম।"

এদিন বিমলা নবৌৱে মোক ক'লে—"মানুহটোৱে দেখোন মন মাৰি বহি থাকে। সাবিত্ৰীৰ কথা মনত পৰিছে নেকি?" মোৰ আচলতে সাবিত্ৰীৰ কথাই মনত পৰিছিল। বিমলা নবৌৰ কাপোৰ-কানিবোৰ, বিলাসৰ সামগ্ৰীবোৰ দেখিলে মোৰ সাবিত্ৰীৰ কথা মনত পৰে। মইতো আজিলৈকে সাবিত্ৰীক এপদ বস্তু কিনি দিব পৰা নাই। সাবিত্ৰীয়ে হয়তো আজিলৈকে মুখ খুলি মোক কোনো বস্তু খোজা নাই। কিন্তু মই আগধৰি দিব নোৱাৰাটোও মোৰ অসমৰ্থতাৰ পৰিচয়। বিমলা নবৌক ক'লোঁ—"এৰা নবৌ, সাবিত্ৰীৰ কথাই মনত পৰিছে। চাকৰি এটাও কতো নাপালোঁ। তেওঁক ইয়ালৈ লৈ আহিম বুলি ভাবিছিলোঁ। পিছে তেওঁক অনা দূৰৰ কথা, এতিয়া মোৰে খাবলৈ নোহোৱা হ'ল। আপোনালোককনো আৰু কিমান দিন আমনি কৰিম।" নবৌৱে ক'লে—"আমাকনো আপুনি কি আমনি দিছে। এয়া একো আমনি নহয়। আপুনিনো কেইটা ভাত খাইছে সেইলৈ একো নাভাবিব।"

সেইলৈ মই একো নভবাকৈ থাকিব নোৱাৰিলোঁ। কাৰণ মানুহে নাভাবোঁ বুলিও বহুত কথা ভাবিবলগীয়া হয়, নকৰোঁ বুলিও বহুত কাম কৰিবলগীয়াত পৰে। মোৰো সেয়ে হ'ল। নিজকে বৰ অকৰ্মণ্য, এলেহুৱা, মূৰ্খক আৰু অপৰাধী যেন লাগিল। গধূলি সময়ত কেতিয়াবা বিন্তিজনীক লৈ ফুৰিবলৈ ওলাই যাওঁ। তাই নানা কথা সুধি মোক ব্যতিব্যস্ত কৰে। গধূৰি আহোঁতে তাই টফি খাব খুজিলে মই কওঁ—'নাই নাপায় নহয় বজাৰত টফি খাবলৈ।' পুতলা কিনি দিব ধৰিলে মই কওঁ—'নাই নাই, সেইবোৰ পুতলা বেয়া। পট্‌কৈ ভাগি যাব।' কিন্তু এইবোৰ কিনি দিবলৈ জেপত পইচাই নাথাকে। দৈনিক বিড়ি-চিগাৰেটৰ পইচাখিনি কোনো ৰকমে মিলাই আছোঁ। ঘৰলৈ গৈ বিন্তিয়ে মাকক কয়—'মা মা, খুড়াদেৱে কয়—বজাৰত বোলে টফি খাব নাপায় হিঃ হিঃ হিঃ।' মই লাজত কোঁচ খাই যাওঁ। নবৌৱে নিশ্চয় বুজি পাইছে মোৰ দুৰ্বলতা ক'ত।

মোৰ দুৰ্বলতা চাৰিওপিনে ধৰা পৰিল। ইতিমধ্যে সাবিত্ৰীৰ পৰা কেবাখোনো চিঠি পালোঁ। প্ৰত্যেকখন চিঠিতে এটা মাত্ৰ প্ৰশ্ন—মোৰ চাকৰিৰ যোগাৰ হ'ল নে নাই। এই প্ৰশ্নটো মোৰ বুকুত এপাত শেল সোমোৱা যেন লাগে। ৰাতি বন্ধুৱাই ক'লে—"মিউনিচিপেলিটি অফিচত এটা ক্লেন ইন্স্‌পেক্টৰৰ প'ষ্ট খালী আছে। ৰাতিপুৱা চেয়াৰমেনৰ ঘৰলৈ যাম, ওলাবচোন। আকৌ সদ্যহতে আপোনাৰ কাৰণে টিউচন এটা

যোগাৰ কৰিছোঁ। ডি-এচ-পিৰ ছোৱালীজনীক পঢ়াব লাগে। ক্লাছ নাইনৰ ছোৱালী। পাৰিবনে?" মই পাৰোঁ নোৱাৰোঁ একো উত্তৰ নিদিওঁতেই তেখেত উঠি গ'ল।

পাচদিনা ৰাতিপুৱা চেয়াৰমেন ঘৰলৈ গ'লোঁ। কলিংবেল টিপাৰ ভালেমান সময়ৰ পাচত ওলাই আহিল। আমাৰ উদ্দেশ্য কোৱাৰ পাচত তেখেতে ক'লে—"বাৰু এখন এপ্লিকেচন কৰিবচোন, মই চেষ্টা কৰি চাম। সেইবোৰ কাম মই নকৰোঁ। হেডক্লাৰ্কেহে কৰে। যদি কাকো দিয়া নাই মই কৈ দিম বাৰু।" তেখেতে খুব বিজি বুলি কৈ আমাক বিদায় দিলে। ৰেলৱে প'ষ্ট অফিচ আদিতো দৰ্খাস্ত কৰাৰ উপদেশ এটা দিবলৈ নাপাহৰিলে। আহিলোঁ। বাটে বাটে ভাবি আহিলোঁ চাকৰি আৰু মোৰ টান ক'তো নহব। কেৰাণী চাকৰি এটা পোৱা কিমান টান কথা ইতিয়াহে বুজি পালোঁ। যাৰে ওচৰলৈ যাওঁ তেৱেঁই "বাৰু" শব্দটোহে ব্যৱহাৰ কৰে। "পাৰোঁ" শব্দটো কাৰো মুখৰপৰা নোলায়। মোৰ মনটোত বৰ আঘাত লাগিল। কিন্তু দোষ কাক দিম? মোৰ কপালৰ দোষ। দুৰ্ভাগ্যই মোক লগ দিছে যেতিয়া হয়তো আৰু সহজে এৰি নিদিব।

গধূলি বৰুৱাই টিউচনৰ ঘৰলৈ লৈ গ'ল। মই গৈ বহাৰ লগে লগে এপাল ল'ৰা-ছোৱালীয়ে মোলৈ পৰ্দা ফাকেৰে ভালা-ভুলুংকৈ চাবলৈ ধৰিলে। প্ৰথমতে ডাঙৰ ছোৱালীজনী আহি ওচৰত বহিল। তাৰ পাচত এটা এটাকৈ টাৰিটা অ-ফলা, ক-ফলা, সৰল পাঠ, পূৰণৰ সৰু নেওতা আদিৰ পুথি লৈ মোক ঘেৰি ধৰিলেহি। বৰুৱা উঠি যোৱাৰ পাচত ডি এছ পি চাহাব মোৰ ওচৰত আহি থিয় হ'ল। ক'লে "বুজিছা মাষ্টৰ, তুমি ডাঙৰজনী ছোৱালীকহে চকু দিবা । বাকী কেইটাক মাজে মাজে কিবা কাম দি থবা। সিহঁতৰ পিনে বেচি চকু নিদিলেও হব।" কিন্তু বেচি চকু সেই কিটাকহে দিব লগা হ'ল। ইজনে সিজনক ঠেলা মাৰি দিব। ইজনে কব—'চাল মোক জিনাই মালে।' ইজনে সিজনৰ গাত থুই অলপ দিব। ইজনে কব—'চাল ভুলুৱে মোল গাৰ থু দিলে।' নেওতা পঢ়িবলৈ দিলে সৰু ক, বৰ ক, ভাটৌ ক ইত্যাদি মাতিব। ডাঙৰ জনীয়ে গোটেইকেইটালৈ এবাৰ চকু পকাই চাই মোক কব—'চাৰ আপুনি সিহঁতক নপঢ়াবাব। মোক কেতেকী পঢুৱাওক।' তাইক সদায় সাহিত্যৰ কেতেকী পাঠটোহে পঢ়াব লাগে।

কেইদিনমান পাচত টিউচন এৰিলোঁ। কেতেকী পঢুৱাই থাকোঁতে এদিন ছোৱালীজনীয়ে সুধিলে—'চাৰ আপুনি বিয়া কৰাইছেনে নাই?' লগে লগে তাইৰ ভৰিখন টেবুলৰ তলেৰে মোৰ ভৰিৰ ওপৰত তুলি দিলে। আন এটাই সুধিলে—'চাল আপোনাৰ গুফৰ কি কাট দিয়ে? দিলীপ কুমাৰ কাট নেকি?' মোৰ বৰ লাজ লাগিল । লাজৰ হাঁহি এটা মাৰিলোঁ। লগে লগে এটাই আন এটাই ক'লে—'চালক হাঁহিলে আমাৰ চুলি কটা নাপিতটো যেন দেখি।' পিচদিনাৰপৰা টিউচন এৰিলোঁ। বৰুৱাই অলপ বেয়া পালে। ডি এছ.পি চাহেবেও খং কৰিলে।

কহখিনি অভিজ্ঞতা উপাৰ্জন কৰাৰ পাচত এদিন ৰাতি বৰুৱাক ক'লো,—"ইমান

দিনে আপোনালোকক আমনি দিলোঁ। চাকৰি-বাকৰিও নহ'ল। মিছতে ইয়াত থাকি কি লাভ আছে। বৰ ইলৈ মই ঘৰলৈকে যাওঁগে।" তেখেতে ক'লে, "তেনে হ'লে আপুনি ঘৰলৈকে যাওক। কিবা সুবিধা হ'লে মই লগে লগে তাঁৰ কৰিম। আপুনি আহি যাব। মই কৈছোঁ নহয়, চাকৰি পোৱা বৰ টান।"

ৰাতিটো'ৰ টোপনি নাহিল। অৰ্থহীন অনন্ত চিন্তাই মোৰ মনটো জুমুৰি দি ধৰিলে। সাবিত্ৰীক বিয়া কৰাই মোৰ এনে হ'ল নেকি? ঘৰলৈ গৈ মই কি কৰিম? জীৱনটো বৰ দুখতে যাব নেকি? ইত্যাদি এশ এবুৰি প্ৰশ্নই মোক চাৰিওফালৰপৰা কাঁড়ে বিন্ধাদি বিন্ধিবলৈ ধৰিলে।

অৱশেষত মনৰ স্থিৰতা আনিলোঁ। কিবা এটা নতুন কথা আৱিষ্কাৰ কৰি মনক প্ৰবোধ দিলোঁ। মনটো অল প ফৰকাল লাগিল।

ৰাতিপুৱা নবৌৱে ভাত কেইটামান ৰান্ধি খুৱালে। বেচেৰীৰ অকৃত্ৰিম মৰমখিনি বৰ ভাল লাগে। মই কাপোৰ-কানিখিনি বান্ধি আহিবলৈ ওলোৱাত নবৌৱে মোৰ হাতত টকা পাঁচতা আনি দিলে। দি ক'লে, "সাবিত্ৰীলৈ কিবা এটা কিনি নিব। একো খং-চং নকৰিব। সাবিত্ৰীক লৈ এদিন ফুৰিবলৈ আহিব চোন।" বিন্তিজনীয়েও ওচৰলৈ আহি নমস্কাৰ এটা দিলে। মই গভীৰ ব্যথাভৰা এটা মন লৈ তেওঁলোকৰপৰা বিদায় লৈ আহিলোঁ।

বিমলা নবৌক, লগে লগে ভগৱানকো ধন্যবাদ এটি দিলোঁ। সাবিত্ৰীলৈ কিবা নিবলৈ টকা পাঁচটা নিদিয়া হ'লে মই গাড়ীৰ ভাৰাখিনিকেই কত পালোঁহেতেন। আজি কেবাদিনৰপৰা হাতত পইচা এটাও নাই। বিড়ি-চিগাৰেট যে কেনেকৈ খাই আছোঁ ভগবানে জানে।

গাড়ীত বহি মই চকুপানী টুকিলোঁ। এটি গভীৰ আশা বুকুত বান্ধি লৈ চহৰলৈ আহিছিলোঁ চাকৰি বিচাৰি আৰু এটা হতাশাৰ পৰাজয়ৰ ব্যথাভৰা মন লৈ ঘৰলৈ আহিলোঁ। ঘৰতগৈ মই সাবিত্ৰীৰ আগত কি কম? সাবিত্ৰী জানো সুখী হব? আজি ঘৰ পোৱাৰ লগে লগে হয়তো সাবিত্ৰীৰ মনটো এক বিষাদত ভৰি পৰিব। কাইলৈৰপৰা গাঁৱৰ মানুহখিনিয়ে মোক সাবিত্ৰীক নিন্দা কৰিব। মোক অপদাৰ্থ প্ৰেমিক বুলি হীন চকুৰে চাব। মই মানুহ বোৰক কেনেকৈ বুজাম, সাবিত্ৰীক কেনেকৈ বুজাম মোৰ মনৰ কথা।

ঘৰ পোৱাৰ লগে লগে মোৰ মনটোত উগুল-থুগুল লাগিল। কিন্তু সাবিত্ৰীক দেখিলোঁ মুখখন একেবাৰে উজ্জ্বল হৈ আছে। মোক দেখি উথপ-থপ লগাই দিলে, "আপুনি এখন চিঠি দিব নোৱাৰিলে। মই সদায় চিন্তা কৰি আছোঁ। ৰাতিপুৱা কাউৰী এহালে আধাৰ বটা-বটি কৰোঁতেই মই জানিছোঁ কোনোবা আহিব বুলি। আপোনাৰ গা-মূৰ ভালে আছেতো। অলপ খীণাইছে দেখোন। চাকৰিত জইন কৰিছে নহয়।" মই গতানুগতিকভাৱে উত্তৰ দি গ'লোঁ। কিন্তু চাকৰি নাপাই ঘূৰি অহা বুলি সাবিত্ৰীক পটকৈ

কৈ দিবলৈ মোৰ ভাল নালাগিল।

সাবিত্রীৰ অপাৰ আনন্দ। লেম্পটো হাতত লৈ আহি টেবুলত থওঁতে তেওঁৰ মুখলৈ চালোঁ -- আৰু বেচি ধুনীয়া হৈ উঠিছে। মুখখন সুমথিৰা টেঙাৰ দৰে ভৰি উঠিছে। মুখত অফুৰন্ত হাঁহি। ওঁঠ দুটাত যেন হাজাৰ-বিজাৰ কথা থুপ খাই আছে -- এই মাত্র মোৰ আগত উজাৰি দিবলৈ। ভালেমান সময় তেওঁৰ মুখৰ পিনে চাই থাকিলোঁ। সাবিত্রীৰ চকুৰে চকুৰে পৰাত ক'লে, "কি চাইছে?" মই ক'লোঁ, "তুমি আগতকৈ বহুত ধুনীয়া হৈছা। বৰ মৰম লাগে তোমাক।" সাবিত্রীয়ে মিচিককৈ হাঁহি মাৰি ক'লে, "মৰম লাগে কাৰণেতো মোক বিয়া কৰাইছে।"

দুটা বিপৰীত মনৰ আত্মাই ঘৰখনত ঘূৰি ফুৰিব ধৰিলে। এটা সাবিত্রীৰ--আনটো মোৰ। এটা মনৰ চাকৰি-বাকৰি নোপোৱা গভীৰ দুখ, আনটো মনৰ স্বামী ঘৰলৈ অহাৰ পৰম আনন্দ। কথাটো দকৈ ভাবি মই পুনৰ্বাৰ শিহৰি উঠিলোঁ। সাবিত্রীৰ আগত বাৰু কি দৰে কম মই এই কথা।

গভীৰ নিস্তব্ধ পুহমহীয়া চেঁচা ৰাতি। খুব জাৰ পৰিছে। তামোল, নাৰিকল গছৰ পাতৰ পৰা টোপা-টোপে নিয়ৰ সৰিছে। ঘৰৰ পিচফালৰ বগৰী জোপাত বাদুলিবোৰে ধপ-ধপ শব্দ কৰি বগৰী খাইছে। সাবিত্রী আৰু মই বিছনাত পৰিলোঁ। আজি ভালেমান দিনৰ বিৰতিৰ পাচত মই এয়া সাবিত্রীৰ লগত একেলগে শুইছোঁ। মোৰ গাভৰু পূৰ্ণ যৌবনা ঘৈণীৰ লগত মই একেলগে শুইছোঁ। পাৰ ভাগি যোৱা আনন্দত মোৰ মন ভৰি থাকিব লাগিছিল। কিন্তু তেনে আনন্দ মই অকণোকে পোৱা নাই। সাবিত্রীৰ লগত মই প্ৰাণ খুলি কথা কব পৰা নাই। মই নিৰৱ হৈ থকাৰ পাচত সাবিত্রীয়ে ক'লে, "আপোনাৰ মনটো আজি মই মলিন দেখিছোঁ। কিয়নো, কি হৈছে, নকয় কিয় মোৰ আগত? চাকৰিৰ সুবিধা নহ'ল নেকি?" এইবাৰ মোৰ আত্মা-পৰমাত্মাৰ এটা খুন্দা লাগিল। সেই খুন্দাত মই আশাতীত দুখ পালোঁ। সেই দুখৰ যন্ত্রণাত মই ভালেমান পৰ একো মাতিব নোৱাৰিলোঁ। তাৰ পাচত সাবিত্রীৰ দীঘল ক'লা কেশকোছাৰ মাজেৰে আঙুলি বুলাই বুলাই ক'লোঁ, "সাবিত্রী চাকৰিৰ কোনো সুবিধা নহ'ল। চহৰত কেৰাণী চাকৰি পোৱা বৰ টান হৈ পৰিছে। তোমাৰ ককায়েৰাই অসেষ চেষ্টা কৰিলে। কিন্তু একো নহ'ল। প্ৰবেশিকা পাছ কৰি চাকৰি বিচাৰি যোৱা বহুত ডেকাৰে চহৰখন ভৰি পৰিছে। চৰকাৰে কাক কিমান চাকৰি দিব।"

সাবিত্রীয়ে মোৰ কথাখিনি নিতান্ত মনোযোগেৰে শুনিলে। তাৰ পাচত ক'লে, "সেইলৈ আপুনি দুখ কৰিব লাগিছেনে? কেৰাণী চাকৰি এটা নহ'ল নাই, সেই বুলি আপুনি কিবা এটা কৰি খাব নোৱাৰিবনে?" আনন্দত মোৰ বুকুখন ভৰি উঠিল। সেই কিবা এটা কৰি খোৱাৰ ধাৰণা লৈয়ে মই ঘৰলৈ ঘূৰি আহিছোঁ। ভাবিছিলোঁ । মই কিবা এটা কৰি খোৱাত সাবত্রীয়ে সহাৰি নিদিব। প্ৰেৰণা নোযোগাব। কিন্তু সাবিত্রীয়ে মোক

সঁহাৰি দিলে। প্ৰেৰণা দিলে। সাবিত্ৰীক চুমা এটা খালোঁ। মৰম আৰু উৎসাহৰ উমেৰে ভৰপূৰ মোৰ এই চুমা। সাবিত্ৰীক মাতিলোঁ—সাবি। তেওঁ ক'লে—হু। মধুৰ আবেশেৰ এয়া হু শব্দ। এয়া মেডিটেচন। মই ক'লোঁ, "তুমি দেখোন আগতকৈ বৰ ধুনীয়া হ'লা? গাটোও দেখোন শকত হ'ল।" তেওঁ মোৰ বুকুৰ মাজত মূৰটো সুমাই দি ক'লে—"ইঃ আপুনি বৰ অজলা। নাজানে নেকি মোৰ . মোৰ . " বুলি তেওঁ চকুত হাতখন দি হাঁহিলে। মই প্ৰথমতে একো বুজি পোৱা নাছিলোঁ। কিন্তু অলপ পাচতে কথাটো বুজি পালোঁ। দেউতাক হোৱাৰ এটা আনন্দত মোৰ মনটো ভৰি উঠিল। ক'লোঁ—"ইয়ে হয় নেকি? কেইমাহ?" সাবিত্ৰীয়ে লাজ লাজকৈ ক'লে—"তিনি।" মই ক'লোঁ—"তিনি? হিঃ হিঃ। ভাইটি, ভাইটি হ'ব বুলি" মই চিঞৰি উঠিলোঁ।

ৰাতি কিমান হ'ল আমি মন নকৰিলোঁ। বহুতখিনি নোপোৱাৰ পাচত কিম্বা অলপমান পোৱাৰ আনন্দত আমাৰ মন দুটা ভৰি উঠিল। সাবিত্ৰীয়ে ক'লে, "মাটিখিনি এইবাৰ আধিয়াত দিব নালাগে। আপুনি নিজে হাল বাওক। গৰু এহাল কিনক মোৰ কাণফুল যোৰ বেচি। মই ভুঁই কম, বঠিয়া তুলিম, পানী সিঁচিম। আজৰি সময়ত কাপোৰ বম, হাঁহ-পাৰ পুহিম, গাই এজনী, ছাগলী দুজনীও ৰাখিম। আপুনি শাক-পাচলিৰ খেতি কৰিব, সবাবৰিৰ হাটত বেচিম। আমাক আৰু কি লাগিছে। নালাগে। নালাগে চৰকাৰী চাকৰি। ভগৱানে দিলে আমাৰ ইয়াতে সকলো হ'ব।" মই হাতৰ আঙুলিৰ মূৰ গণি ক'লোঁ—"শাওণত তোমাৰ দহমাহ হ'ব।" তেতিয়া এজনী বোৱনী ৰাখিম, নহয় জানো?" সাবিত্ৰীয়ে হাঁহিলে। ক'লে, "নালাগে বোৱনী মাতিবলৈ। মই এমাহহে বন্ধ হ'ম।"

সাবিত্ৰীয়ে মোক সাবটি ধৰিলে। এটা সৰু ল'ৰাৰ দৰে মোক চুমা খালে। তাৰ পাচত এটা সময়ত আমাৰ পৰম তৃপ্তিৰ টোপনি আহিল। মধুৰ টোপনি।



# অসমর্থ

আজি জীৱনত প্ৰথমবাৰৰ বাবে বুজি পালোঁ যে তিৰোতাক বিশ্বাস কৰা, সন্তুষ্ট কৰা বৰ টান। আৰু এটা কথা মই উপলব্ধি কৰিব পাৰিলোঁ– কেৰাণী হৈ বিয়া কৰোৱা মানে গলত চিপজৰী লগাই মৰা।

মই কেৰাণী। দেউতাই মাটি বন্ধকত থৈ মোক মেট্ৰিকলৈকে পঢ়াইছিল। মেট্ৰিকটো পাছ কৰি ৰেলত কেৰাণী এটা হ'লোঁ– আজি পাঁচ বছৰ হ'ল। এই পাঁচটা বছৰ কেৰাণীৰ কাম কৰাৰ পাচত সিদিনা পুণ্যলতাক বিয়া কৰালোঁ। বিয়া কৰাবৰ ছটা মাহ হোৱা নাই– আজি পুণ্যলতাৰ এইখন চিঠি আহি মোৰ হাতত পৰিল। মই গোটেই মানুহটো ঘামি-জামি কিবা হৈ গ'লোঁ–দুটোপাল চকুৰ পানী বৈ আহি গালত পৰিল। বিয়াৰ ছমাহ পাচত মোৰ এই প্ৰথম চকুপানী।

কেৰাণী চাকৰি এটা কৰি বহু টকা জমা কৰিম, এটা খুব ধুনীয়াকৈ ঘৰ সাজিম, এইটো আশা বুকুত বান্ধি বিয়াত মত দিয়া নাছিলোঁ। ভুবন ককাইদেৱে এদিন কৈছিল—আগেয়ে টকা পইটা গোটাই লবা, পাচতহে বিয়ালৈ মন মেলিবা। নহ'লে বিয়া মানে গলগ্ৰহ, এটা বোজা , এটা অসীম বেদনা। সেয়ে ভাবিছিলোঁ, আগে অৱস্থাটো অলপ টনকিয়াল কৰি লওঁ, পাচত বিয়াখন পাতিম। কিন্তু মায়ে এদিন প্ৰায় খোলা-খুলিকৈয়ে ক'লে–"আজি পাঁচ বছৰ চাকৰি কৰি কিমান টকানো কৰিলি ? যি টান টানেই। সেইবুলি নোখোৱা-নিপিন্ধাকৈ আছনে ? গতিকে ধাৰে-ধুৰে বিয়াখন পাত। পুণ্য বৰ ভাল ছোৱালী। ঘৰখন চলাবও পাৰিব, তোৰ লগত মিলিবও।" মাৰ কথাটো অৱশ্যে সচা। কাৰণ আজি পাঁচ বছৰে মই পাঁচশ টকাও সাঁচিব পৰা নাই। ছকুৰি টকাৰ দৰমাহৰ কেৰাণী এজনে মাহত পঞ্চাশটা টকা সাঁচিব নোৱাৰে। সেয়ে ধাৰ-ধুৰ কৰি পুণ্যলতাক বিয়া কৰালোঁ।

পুণ্য দেউতাকৰ দ্বিতীয় ছোৱালী। ডায়েকজনীক দিছে এজন ইঞ্চ্ পেক্তৰলৈ। ছাপ্লাই ইঞ্চ্ পেক্তৰ। বহু টকা দৰমহা পায়–বাহিৰা পইচাও বেচি। সেই কাৰণে পুণ্যক বিয়া কৰাবলৈ প্ৰথমতে মই আপত্তি কৰিছিলোঁ,—সেইজনী ছোৱালীক মোৰ বিয়া কৰোৱাৰ ইচ্ছা নাই। কাৰণ ডাঙৰজনীক দিছে আঢ্যৱন্ত লোকলৈ। মই শহুৰৰ ঘৰলৈ গ'লে সন্মান নাপাম। দেউতাই কথাটো শুনি আছিল। মাত দিলে, "তোৰ কি হ'ল ? শহুৰৰ ঘৰলৈ তই কিবা সদায় থাকিবি নে ?" দেউতাৰ কথাত মই প্ৰতিবাদ নকৰিলোঁ। বিয়াত সন্মতি দিলোঁ।

বিয়ালৈ বহুতকে নিমন্ত্ৰণ কৰিছিলোঁ। কেৰাণী মানুহৰ বিয়ালৈ বৰ বেচি

মানুহ নাহে। লগৰ কেইজনমান আহিল—দীপেন, হৰি, মণীন্দ্ৰ, ভৱতহঁত। সিহঁত বৰ হাই-উৰুমি দি বিয়াত ফূৰ্ত্তি কৰিলে। মোৰ দেউতা কোনো ডাঙৰ অফিচৰ অথবা সমাজৰ গণ্য-মান্য লোকো নহয়। গতিকে বৰ বেচি আড়ম্বৰ মোৰ বিয়াত নহ'ল। শহুৰৰ ঘৰো বেচি নিলগত নাছিল। আমাৰ গাঁৱৰ পৰা এমাইল অন্তৰৰ আন এখন গাঁৱত। গতিকে বৰ-যাত্ৰী খোজ কাঢ়িয়েই গৈছিল। শহুৰৰ চোতালত তিৰবিৰ লণ্ঠন জ্বলিছিল। চোতালত চন্দ্ৰাতাপ আৰি দিছিল। তাৰে তলত বেতৰ আৰামী চকীত বহি আছিল। শহুৰৰ জোঁৱাই তৰুণ বৰুৱা—মোৰ শালপতি। তেওঁৰ কাষতে আছিল দৰা বহা বেদী। মই গৈ তাতে বহিছিলোঁ। বামুণে মন্ত্ৰ পাঠ কৰিছিল। সেই মন্ত্ৰৰ উচ্চাৰণৰ মাজতে দৰা-ঘৰীয়াৰ মানুহৰ হাই-উৰুমিৰ মাজতো বেণ্ডপাৰ্টি, ঢুলীয়াৰ কাণতাল মৰা শব্দৰ মাজতো এষাৰ কথা আহি মোৰ কাণতে ঠহৰকৈ বিন্ধিলে —সেইষাৰ তৰুণ বৰুৱা শালপতিৰ কথা। তেওঁক ওচৰতে বহি থকা আন এজনে সুধিছিল—'দৰাজনে কি কাম কৰে হেৰি ?' তেওঁ উত্তৰ দিছিল—'সাধাৰণ কেৰাণী।' মোৰ বুকুখনত কোনোবাই এটা খুন্দা মাৰি দিয়া যেন পাইছিলোঁ। একোতে মাতিব নোৱাৰোঁ—দৰা হৈ বহি থাকিলোঁ। মাতিব নোৱাৰোঁ—দৰা হৈ বহি থাকিলোঁ।

বিয়াৰ পাচত প্ৰথম ফুলশয্যাৰ ৰাতি পুণ্যলতাক মই এই কথা কৈছিলোঁ। তেওঁ মোক খুব মৰম কৰি কৈছিল—" সেই ডালৰ কথানো আমাক কেলেই লাগিছে ? তেওঁৰ ধন তেওঁৰতাত আছে, আমি কিবা খুজিবলৈ যামনে। মই একেবাৰে সেই ডালক চকুৰ কোণেৰেও দেখিব নোৱাৰোঁ।" মোৰ মনটো আনন্দত নাচি উঠিল। অতীব আনন্দ। ইয়াৰ পাচত মৰমতে মই আলফুলকৈ বুকুৰ মাজত সাৱটি লৈছিলোঁ। প্ৰথম ফুলশয্যাৰ ৰাতি যুগ্ম-জীৱনৰ পৰিতৃপ্তিৰে পূৰ্ণ উপভোগ কৰিছিলোঁ।

বিয়াৰ বাবে মই কুৰিদিন ছুটী লৈছিলোঁ। লাহে লাহে ছুটী মোৰ শেষ হৈ আহিল। তাৰ আগতে এদিন পুণ্যক ক'লোঁ—"মইতো পৰহিয়ানে যাবই লাগিব। তোমাক এৰি যাবলৈ বেয়াই লাগিব।" পুণ্যই মোক ভিতিভ সাবটি ধৰি ক'লে—" মোক লৈ যাব লাগিব। আপুনি গ'লে কেনেকে থাকিম ? মোক নিবই লাগিব।" মই তেওঁক বুজালোঁ--" তোমাক মই পট্‌কৈ লৈ যাব নোৱাৰিম। কেৰাণী মানুহ। টাউনত বৰ খৰচ। কুটা ডালটো টকাটো লাগে। তদুপৰি ঘৰভাৰাও পোৱা টান। তথাপি কোৱাৰ্টাৰ পালে তোমাক নিম। তুমি কেইমাহ মান থাকাচোন। মা-দেউতাহঁতে তোমাক আজিয়েই লৈ গ'লে বৰ দুখ পাব নহয়। এই প্ৰথম বোৱাৰী হৈছাহি তুমি, তোমালৈ তেওঁলোকৰ কিমান মৰম।"

পুণ্যই একো নামাতিলে এইবাৰ।

পুণ্যলতাৰ নিৰৱতাত মই অলপ আঘাত পালোঁ। মই নিৰৱতা ভঙ্গ কৰি পুণ্যক মাতিলোঁ—পুণ্য। তেওঁ তন্দ্ৰামগ্নভাৱে উত্তৰ দিলে—কি ? মই ক'লোঁ—"মই এটা

অতি সাধাৰণ কেৰাণী মানুহ। মোৰ লগত তুমি হয়তো বহুত আশা পূৰণ কৰিব নোৱাৰিবও পাৰা। তেতিয়া তুমি বাৰু অসুখী হবা নেকি?" পুণ্যই ক'লে—"ধেৎ, আপুনি যে আৰু কি কথাবোৰ কয়। মই জানো তেনেবোৰ ভাবিছোঁ।" মই বিশ্বাস আৰু প্ৰতীতিত আনন্দিত হ'লোঁ। হৃদয়াবেগত পুণ্যলতাক চুমা এটা খালোঁ।

ইয়াৰ পাচত পুনৰ চাকৰিলৈ গুচি আহিলোঁ। নতুনকৈ বিয়া কৰোৱাৰ পাচত ন-কইনাজনীলৈ বৰকৈ মনত পৰি থাকে। সেয়ে প্ৰত্যেক শনিবাৰে ঘৰলৈ যাওঁ আৰু সোমবাৰে প্ৰায় অফিচত লেট প্ৰেজেন্ট হয়। আচলতে কেৰাণী মানুহৰ প্ৰত্যেক শনিবাৰে ঘৰলৈ যোৱা বৰ টান। কিয়নো কমেও পোন্ধৰ টকা খৰচ। এটা শালিমাৰৰ নাৰিকল তেল নিব লাগিব, দুডোখৰ গাধোৱা কাপোৰ ধোৱা চাবোন নিব লাগিব, এটা বিস্কুটৰ পেকেট আৰু এগজ ব্লাউজৰ কাপোৰ। কোনো সপ্তাহত ন-কইনাই বেজীৰ কাম কৰিবলৈ এগজ লংক্লথ ইত্যাদি নানা ৰকমৰ বস্তু হাতত নিব লগা হয়। সেয়ে প্ৰত্যেক শনিবাৰে গৃহাগমন টান। তথাপি কিছু দিনলৈ এইদৰে ঘৰলৈ যোৱা কামটো চলাই থাকিলোঁ। প্ৰত্যেক বাৰ ঘৰলৈ গওঁতে পুণ্যলতাৰ সেই একেইকথা—মোক গুৱাহাটীক নিনিয়ে নেকি? মই আশ্বাস দিওঁ—নিম, মই সেই চেষ্টাই কৰি আছোঁ। কতো সুবিধাৰ ঘৰ পোৱা নাই। তেওঁ মুখখন এপাচি মান কৰি কয়—"ইহ, হয় হয়। গুৱাহাটীত আৰু আন মানুহ ঘৰ নথকাকৈ থকাই নাই। কিয়, ৰজনী, ভৰত কেৰাণীহঁত দেখোন সিহঁতৰ ঘৈণীয়েকহঁতক লৈ গৈছে।"

পুণ্যলতাক এইবাৰ গুৱাহাটীলৈ অৰ্থাৎ মোৰ ঘৰলৈ আনিবলৈ বৰ চেষ্টা কৰিলোঁ। চাৰিওফালে ঘৰ বিচাৰিলোঁ। যাকে য'তে বন্ধু-বান্ধৱ লগ পালোঁ ভাৰাঘৰৰ খবৰ ললোঁ। কোনোৱে কয়—ঘৰ পোৱাই টান। আপুনি কিমান ভাৰা দিব পাৰিব? বেচি ভাৰাৰ ঘৰ পোৱা যায়। অৰ্থাৎ এশ দুশ মানৰ। কেৰাণী চাকৰি । দুশ টকা দৰমহাই নাপাওঁ। কোনোৱে কয়—অমুক ঠাইত এটা ঘৰ আছে। খবৰ লবচোন। খবৰ লবলৈ যাওঁ। মালিকে কয়—পানী নাই। দুৱাৰমুখত মিউনিচিপেলিচিৰ পাইপ আছে। লাইট নাই। পায়খানা উমৈহতীয়া । খেৰৰ ঘৰ। ল'ব পাৰিব। ত্ৰিশ টকা ভাৰা লাগিব। খং উঠি গুচি আহোঁ। মুঠতে পানী, লাইট, পায়খানা, ত্ৰিশ-চল্লিশ টকাত ঘৰভাৰা পোৱা এই চহৰত বৰ টান। পুণ্যলৈ চিঠি লিখোঁ—'ঘৰ বিচাৰি আছোঁ, ক'তো সুবিধাৰ ঘৰ বিচাৰি পোৱা নাই।' তাৰ পাচত মূৰে-কপালে হাত দি বহি ভাবোঁ— বিয়া কৰাই কি বিপদত পৰিলোঁ, নিজৰ ঘৈণীজনীক আনি লগত ৰাখিবলৈ ঘৰ এটা নাপাওঁ। মনটোক ধিক্কাৰ দিওঁ— হয় হাকিম, নহয় পিয়ন, চকিদাৰ হবা; তেহে এইখন চহৰত বাস কৰিব পাৰিবা। কেৰাণী মানুহবিলাকৰ মনটো বৰ ডাঙৰ। আশাও বহুত। পিছে তেওঁলোকৰ টকা নাই। তেওঁলোকে হাকিম, মন্ত্ৰীৰ দৰেই থাকিব খোজে। পুণ্যলতালৈ মোৰ এটা অহেতুক খং উঠিল—এওঁ বাৰু মোৰ অন্তৰখন বুজি পোৱা নাই নেকি? এওঁ বাৰু

কেৰাণী মানুহবিলাকৰ কথা ভালদৰে নাজানে নেকি? কেৰাণী মানে বৰ ডাঙৰ মানুহ বুলি ভাবিছে নেকি এওঁলোকে। কেৰাণীৰ জীৱনী এটা লিখি এখন দীঘল চিঠি দিবলৈ মন গ'ল পুণ্যলতালৈ।

ইতিমধ্যে পুণ্যলতাৰ পৰা কেবাখনো চিঠি পালোঁ। প্ৰত্যেকখন চিঠিতে মোক বৰ মৰম কৰাৰ কথা আৰু মোৰ লগলৈ অনা কথাহে লিখে। অৱশেষত ঈশ্বৰ সদয় হ'ল নেকি— ঘৰ এটা পালোঁ। সুনন্দ কেৰাণীৰ ৰেলৰ কোৱাৰ্টাৰ। তেওঁ আমাৰ অফিচত কাম কৰে। আমাতকৈ চিনিয়ৰ। কোৱাৰ্টাৰ পাইছে ৰেলৱে বিভাগৰ পৰা । ল'ৰা-তিৰোতা গাঁৱতে থাকে তেখেতৰ। মই ঘৰ বিচাৰি হাবাথুৰি খোৱা কথাটো গম পাইছে। মোক মাতি নি ক'লে, "মোৰ কোৱাৰ্টাৰৰে এটা পাৰ্টত আপুনি থাকিব পাৰিব। ভাৰা যি দিয়ে দিব।" মই হাতেৰে স্বৰ্গখন চুকি পোৱা যেন পালোঁ। অথাই সাগৰৰ মাজত পৰি কক্‌বকাই আছিলোঁ, এতিয়া যেন পাৰ পালোঁ এনে আনন্দ লাগিল মোৰ। সিদিনাখন বৃহস্পতিবাৰ আছিল। শনিবাৰটো যেন তেতিয়াই হয় তাকে কামনা কৰিছিলোঁ। শনিবাৰে ঘৰলৈ গৈ দেওবাৰে পুণ্যলতাক লৈ অহাৰ কথা ঠিক কৰিলোঁ।

মনটো বৰ খেলি-মেলি হৈ থকাৰ পাচত আজি যেন অকমান জিৰণি পালোঁ। নতুনকৈ বিয়া কৰোৱা কইনাজনীক লগলৈ অৰ্থাৎ টাউনলৈ আনিম—এইকণ আনন্দত মোৰ মনটোও নাচি উঠিল। এটা বাজেট কৰিলোঁ। মাহে কিমান টকা হ'লে চলিব পৰা হ'ব। মুঠ হিচাব এটা আঙুলি মূৰত লেখিলোঁ। তৰকাৰীত যাব ইমান টকা, গেলা মালত ইমান টকা, পাণ দোকানত ইমান টকা, খৰি মাছ,-তাচত ইমান টকা। চিনেমা নাচাওঁ, ৰিক্‌চা-মটৰত নুফুৰোঁ, দোকানত চাহ নাখাওঁ। হৈ যাব— চলি যাম, ইত্যাদি নিজকে নিজে ক'লোঁ। অৱশ্যে ঘৈণীক আনি ৰখা-নৰখা বেলেগ কথা। আমিবোৰে এনেয়েও চিনেমা কমকৈ চাওঁ। মাহত চাৰিখন চিনেমা চাই আঠটকা খৰচ কৰা আমাৰ তেজ নাই। ৰিক্‌চা-বাছত যাবই নোৱাৰোঁ, তিনি টাৰ ৰাস্তাতে সিকিটো দিব লাগে।

গা-পা ধুই অফিচলৈ গ'লোঁ। মনটো বৰ ভাল লাগি আছে। আজি ৰাতিটো কোনোমতে পাৰ হ'লে কাইলৈ চাৰে ছয় বজাৰ গাড়ীখনতে যাম পুণ্যাক আনিবলৈ। আজি গধূলি অলপ-চলপ বজাৰ কৰিবও লাগিব ইত্যাদি ভাব লৈ অফিচত ফাইল খুচৰিছোঁ—এনেতে পিয়নে আনি চিঠি এখন দিলে। ওপৰৰ হাতৰ আখৰ চাই জানিলোঁ, শ্ৰীমতীৰ চিঠি। মনটো উগুল-থুগুল লাগিল। লেফাফাটোৰ মুখখন ফালি পঢ়িবলৈ ললোঁ। ওপৰৰ সম্বোধনটো দেখি চমক খাই উঠিলোঁ। ক্ষন্তেক পাচতে হাঁহি উঠিল। পুণ্যাই চিঠিখন ভুল কৰিছে। দুখন চিঠি লিখিছিল—এখন বায়েকলৈ আৰু এখন মোলৈ। বোধহয় মোৰখন সুমাই দিলে বায়েকৰ লেপাফাটোত আৰু বায়েকৰখন দিলে মোৰ লেফাফাটোত। এনে কুৰা অৱশ্য কেতিয়াবা হয় বহুতৰে। এবাৰ মোৰ বন্ধু উমেশৰো হেনো এনে অৱস্থা হৈছিল। ঘৈণীয়েকলৈ লিখা চিঠিখন দিছিল দেউতাকৰ লেফাফাত

আৰু দেউতাকৰখন ঘৈণীয়েকৰ লেফাফাত।

যাহওক, বায়েকৰ চিঠিখনকে মই পঢ়িবলৈ ললোঁ। আৰু এই চিঠি পঢ়াৰ পাচতে দুটোপাল পানী মোৰ গালেৰে বৈ আহিল। মোৰ বিবাহিত পত্নীয়ে বায়েকলৈ লিখা চিঠিখন তলত হুবহু তুলি দিলোঁ। পঢ়ি সকলোৱে কওক–তিৰোতাক বিশ্বাস আৰু সন্তুষ্ট কৰা কিমান টান । আৰু এটা কথা হৃদয়ঙ্গম কৰক— কেৰাণী হৈ বিয়া কৰোৱা মানে গলত চিপজৰী লগাই মৰা হয়নে নহয় ।

পুণ্যলতাই লিখিছিল–"পূজনীয়া বাইদেউ, মোৰ মৰম লবি। মই কোনোমতে নমৰি জীয়াই আছোঁ। মই বাহিৰত মানুহজনীহে জীয়াই আছোঁ, কিন্তু মোৰ অন্তখন কেতিয়াবাই মৰি গৈছে। তইঁত চাগৈবৰ সুখত আছে। সুখততে থাকিবিযেই। তই বৰ ভাগ্যৱতী, সেয়ে ভিন্ দেউৰ দৰে মানুহত তই পৰিছ। মোৰ কিন্তু কপালখন বৰ বেযা আছিল। দেউতাই বিচাৰি বিচাৰি মোক এইজন মানুহৰ তালৈ বিযা দিলে। বিয়া যাবৰ আজি ইমান দিন হ'ল, গুবাহাটীত ঘৰ এটা বিচাৰি মোক নিব পৰা নাই। তোক কিন্তু ভিন্ দেৱে বহুত ঠাই দেখুৱালে। ঘৰখনত বুঢা-বুঢী হালৰ আলপৈচান ধৰোঁতেই মোৰ যায়। শহুৰ বুঢাডাল যে আৰু । খুহুৰ-খুহুৰকৈ কাহি থাকিব, আৰু — 'অ আই বোৱাৰী মোক হোকাটো দে, মোক অমুকটো দে, মোক তমুটো দে' কৈ চিঞৰি থাকিব। শাহু আইজনী হ'ল বাঘিনী। খুব পিচ পৰা এইখন গাঁও। বোৱাৰী মানে ঘৰৰ ভিতৰত সোমাই থকা তিৰোতা বুলি ভাবে এওঁলোকে। বাহিৰ ওলালেই সাত হাত উৰণি লব লাগে। বৰ কৃপণ। খোৱা-লোৱাত বৰ কষ্ট। দাইল, আলু নাৰান্ধেই। বেচি ভাগেই বাৰীত হোৱা ঔ, ভোল, বনৰীয়া শাকৰ আঞ্জাহে খায়। আজি ইমান দিনে ভাল কাপোৰ এখন মোক আনি দিয়া নাই। কিবা ক'লেই কয়—আমি কেৰাণী মানুহ । কেৰাণী মানুহ যদি কিয় বিয়া কৰাইছিল ? দেউতাহঁতে বাৰু কেৰাণী মানুহে কিমান টকা পায় নাজানিছিল নেকি ? জানিছিল যদিও মোক কিয় এনে ঠাইত বিয়া দিলে ? ভিন্‌দেউ আৰু তই এদিন ইয়ালৈ আহিবিচোন। চাই যাবি মই কেনেকৈ আছোঁ। বিয়া কৰাই মোক এইখন ঘৰত চাকৰনী কৰি থৈহে গৈছে। ভিন্‌দেৱেতো তোক আজিলৈকে এখন কামো কৰিবলৈ দিয়া নাই হবলা। তহঁতৰ ভৰিৰ পৰা চেগুেল নুগুচেই। চাকৰে আনি টেবুলত ভাত দিয়ে। মোৰ কিন্তু ভাত খোৱা মজিয়া সাৰোঁতে-মচোঁতে এপৰ যায়। চেণ্ডেল পিন্ধা দূৰৰ কথা, ভৰিৰ পানীকৈ শুকাবলৈ নাপায়। মোৰ দুখৰ কথা তোক কিমাননো কম ' এই ছুমাহে চকুৰ পানী থৈ দিয়া হ'লে একলহমান হ'লহেঁতেন। সিদিনা দেউতালৈও চিঠি এখন দিছোঁ। আজি আৰু বেচি লিখি তোক আমনি নিদিওঁ। এতিয়া বাতি এঘাৰটামান বাজিল। টোপনি ধৰিছে। মোৰ হিয়াভৰা মৰম ভিন্‌দেউক দিবি তয়ো লবি। ইতি হতভাগিনী ভনটী–"পুণ্য"। এইখন মোৰ বিবাহিত পুণ্যলতাৰ চিঠি। লিখিছিল বায়েকলৈ, পৰিলহি মোৰ হাতত। কাইলৈ ৰাতিপুৱাই মই তেওঁক আনিবলৈ ঘৰলৈ গ'লোঁহেঁতেন। কিন্তু

এইখন চিঠি পঢ়াৰ পাচত মই বাৰু কি কৰিব পাৰোঁ। অফিচতে বহি চিঠিখন পঢ়ি চকু পানী টোকা দেখিলে লগৰ বন্ধুবোৰে মোক হাঁহিব। সেয়ে ল'ৰা-ল'ৰিকৈ চিঠিখন জেপত ভৰালোঁ। দিনটো কেতিয়া পাৰ হৈ গ'ল কবকে নোৱাৰিলোঁ।

ৰাতি আঠুৱাৰ তলত চিঠিখন আকৌ এবাৰ পঢ়িলোঁ। গোটেই ৰাতি টোপনি নাহিল। ইবাগৰৰ পৰা সিবাগৰ সলাই কেৱল বিছনাখনত পৰি থাকিলোঁ। এটা কথা বাৰে বাৰে মনলৈ আহিবলৈ ধৰিলে— বিয়া কৰাই মই ভাল কাম নকৰিলোঁ। বিয়াৰ দিনা ৰাতি ৰভাতলত কোৱা অৰুণ বৰুৱাৰ কথাষাৰো মনত পৰিল। আৰু মনত পৰিল ফুলশয্যাৰ ৰাতি কোৱা পুণ্যলতাৰ কথাবোৰ। ৰাতি দুটামান বজাত বাকচটো খুলিলোঁ। পুণ্যৰ আন কেখনমান চিঠিৰ লগতে মোৰ মেট্ৰিক পাছ পৰা চাৰ্টিফিকেটখন হাতত পৰিল। বয়সৰ হিচাবটো কৰি চালোঁ—চাৰ্টিফিকেট মতে একুৰি তিনি বছৰ হ'ল। এটা সিদ্ধান্তলৈ আহিলোঁ— এইবাৰ ৰাতিৰ কলেজত নামটো লগাই বি-এ পাছ কৰিম। আৰু ঠিক কৰিলোঁ— কাইলৈ পুণ্যলৈ চিঠি এখন দিম। লিখিম—ঘৰৰ সুবিধা হোৱা নাই। হ'লেই তোমাক লৈ অহা যাব।

———— o ————

# অপৰিহাৰ্য্য

বহুত কষ্ট কৰি কোট এটা লৈছিলোঁ। কেৰাণী মানুহে লওঁ বুলিলে, পট্‌কৈ কোট এটা লোৱা টান। শ্ৰীমতীয়ে কৈছিল, "এই ঠাণ্ডাখনত কোট এটা নললেনো কেনেকৈ চলিব। মোৰ হাততো অলপ টকা আছে। আপুনিও অলপ আনি **কিবাকৈ কোট এটা চিলাওক।" সেয়ে কিবাকৈ কোট** এটা লৈছিলোঁ। দোকানীয়ে ক'লে-- আশী টকা পৰিব। মই ক'লোঁ-- যাঠি টকাত হব নেকি? দোকানীয়ে ক'লে-- হেৰি, আগতে কোট পিন্ধি পাইছেনে নাই হে? আশী টকাৰ কোটটো যাঠি টকাত মাতিলেযে। ভালেমান তৰ্ক-বিতৰ্কৰ পাচত সত্তৰ টকাত কোটটো লৈছিলোঁ। লাজো লাগিছিল দোকানীৰ লগত তৰ্ক কৰিবলৈ । কিন্তু কেৰাণী মানুহৰ উপায়তো নাই।

পিছে এই কোটটোৱে যে এনে পৰিস্থিতিৰ অৱতাৰণা কৰিব ভাবিব পৰা নাছিলোঁ। কথাটো সহজভাৱে লৈছিলোঁ। ভাবিছিলোঁ—তিৰোতা মানুহেনো ইমানখিনি খবৰ ক'ত ৰাখিব। কিন্তু ভবা কথাৰ বিপৰীত হ'ল।

এদিন বসন্ত আহিছিল মোৰ ওচৰলৈ। আহিয়েই মোক ক'লে, "হেৰি দাদা, বিয়া পাতিছে ঘৰত। মই বিয়া নকৰাওঁ, গৃহস্থই নেৰে। গতিকে মযো মত দিলোঁ। পিছে ছোৱালীজনী ভাল। পঢ়ান। হাইস্কুলৰ দুই শ্ৰেণী পাছ। হব দিয়া, বিয়াতো এদিন কৰাবই লাগিব। কাইলৈ ছোৱালীক আঙঠি এটা পিন্ধাবলৈ যাম বুলি ভাবিছোঁ। তোমাৰ ওচৰলৈ আহিলোঁ এটা বস্তুৰ কাৰণে। দিয়া নে নিদিয়া?" মই কি বস্তু লাগে কবলৈ ক'লোঁ। বসন্তই মূৰটো খজুৱাই ক'লে, "তোমাৰ কোটটো এদিনৰ কাৰণে মোক দিয়াচোন। মই কইনাজনী চাই আহোঁগৈ।"

বসন্ত মোৰ গাঁৱৰে ল'ৰা। মোতকৈ বযসত দুই-এবছৰৰ সৰু হব। সি এটা প্ৰজেক্ ত কাম কৰে। তাৰ ঘৰুৱা দায়িত্ব বহুত বেচি। ঘৰত মাক-দেউতাক ভাযেক-ভনীয়েক কেবাটাও। সকলোবোৰে তাৰ ওপৰত নিৰ্ভৰ কৰি চলিব লাগে। ঘৰত খেতিৰ মাটিও নাই। যিখিনি আছে বানপানীৰ কাৰণে খেতি কৰিব নোৱাৰি। বাপেকটো বুঢ়া হৈছে। ভাযেক দুটাও কাম কৰিব পৰা হোৱা নাই ভনীয়েক দুজনী গাভৰু হৈ আছে আৰু দুজনীমান সৰু সৰু। মুঠতে তাৰ এখন ডাঙৰ সংসাৰ। এই আটাইবোৰক পোহপাল দিয়া বৰ টান। গতিকে কোট এটা চিলাই কৰিব বসন্তই নোৱাৰে। বসন্তক কোটটো দিলোঁ। ক'লোঁ--"সোনকালে কোটটো ঘূৰাই দিবা আৰু লেতেৰা নকৰিবা।"

বসন্ত আনন্দ আৰু কৃতজ্ঞতাত আত্মহাৰা হোৱাৰ দৰে হ'ল। মোক 'ভাল দাদা, আহোঁ' বাৰু বুলি কৈ বেগা-বেগীকৈ গুচি গ'ল।

যথা সময়ত তাৰ বিয়া হৈ গ'ল। বিয়াত মোকো মাতিছিল। গৈছিলোঁ। কইনাজনী ভালেই। বসন্তই বিয়াৰ পাচত ভালেমান দিন তাৰ ঘৈণীয়েকৰ গুণ মোৰ আগত বখানিছিল। তাৰ ভৱিষ্যত পৰিকল্পনাবোৰ মোৰ আগত কৈছিল—"বিমলাক ( তাৰ পৰিবাৰৰ নাম ) মই পাৰিলে গাঁৱৰ স্কুলখনত সুমুৱাই দিম আৰু পাৰিলে মেট্ৰিকটোও দিয়ক। বেয়া হ'ব নেকি দাদা?" মই বৰ ভাল হ'ব বুলি ক'লোঁ। বিয়াৰ পাচত বসন্তৰ মনটোত উলহ-মালহ দেখি ভাল লাগিল।

তাৰ পাচত জাৰ কালিৰ এদিন গধূলি শনিবাৰে বসন্তই আহি মোক ক'লেহি, "দাদা, কোটটো আৰু এদিন মোক নিদিয়া কিয়? মই এঠাইৰ পৰা আহোঁগে।" সিদিনাই কোটটো দি দিলোঁ তাক। সি কৃতজ্ঞতাত মোৰ পিনে চাই হাঁহি এটা মাৰিলে আৰু সোমবাৰে কোটটো দি যাবহি বুলি ক'লে।

সোমবাৰে সি কোটটো মোক দিবলৈ আহিল। মই ক'লৈনো গৈছিল সুধিলোঁ। সি ক'লে,"এ অমুক তমুক জেগাইদি ঘূৰি ঘূৰি গৈকেনি ঘৰেই পালোঁ।" আচলতে সি ঘৰলৈ গৈছিল। মই একো নামাতিলোঁ।

তিনিদিনৰ পাচত শ্ৰীমতীৰপৰা চিঠি এখন আহিলঃ ।"বসন্তৰ ঘৈণীয়েকৰ লগত মোৰ আজি বৰ কাজিয়া গ'ল। ইমান ফুটনি মৰা কথা। মই ক'লোঁ— 'এইটো দেখোন আমাৰ তেখেতৰ কোট।' তাই কয় —'ইহ্ হ'ব দেখোন, আমাৰ এখেতে চিলাই কৰিছে এইটো কোট। কোটৰ দৰে কোট নাথাকেনে?' তাই মানি ল'ব নোখোজে। মই কিয় মানিম। মই জানো এইটো আপোনাৰ কোট। আপুনিনো বসন্তক কোটটো কিয় দিছে ।'

চিঠিখন পাই মই বৰ লাজত পৰিলোঁ। দুখো পালোঁ। বসন্তলৈ মোৰ অলপ খঙো উঠিল। সিনো বাৰু কোটটো পিন্ধি ঘৰলৈ কেলেই যাব লাগে? ঘৰলৈ বাৰু গৈছেই, ঘৈণীয়েকৰ আগত তাৰ নিজৰ কোট বুলি আকৌ কিয় কব লাগে? নিজৰ গাৰ কাপোৰ আনক দিয়া বেয়াই। কিন্তু, হ'লেও বিপদ-আপদে মানুহে এইবোৰ বস্তু অনা-নিয়া কৰে। ভাবিলোঁ শ্ৰীমতীলৈ চিঠি এখন লিখোঁ। কি বুলিনো লিখিম? কোটটো মোৰ নহয় বুলিও কোৱাৰ উপায় নাই। হয় বুলি ক'লেও শ্ৰীমতীয়ে লগে লগে বসন্তৰ ঘৈণীযেকক চিঠিখন দেখুৱাই আৰু এবাৰ হুলস্থুল লগাব। হৰি হৰি প্ৰভু, বিপদত পৰিলোঁ।

তেনেতে বসন্ত আহিল। ক'লে—"দাদা, তোমাৰ ওচৰত মই এটা অপৰাধ কৰিছোঁ। তুমি মোক ক্ষমা নকৰা। হ'লেও মোৰ উপায় নাই। সিদিনা আমাৰ বিমলাই তোমালোকৰ নবৌৰ লগত বৰ কাজিয়া কৰিলে। এই কাজিয়াৰ মূল তোমাৰ কোটটো। পিছে দাদা, মাইকী মানুহবোৰ বৰ কিবা ধৰণৰ।" মই অলপ আৰু বিৰক্তি প্ৰকাশ কৰি ক'লোঁ—"হয়তো, তুমিনো তোমাৰ ঘৈণীয়েৰাৰ আগত মোৰ কোটটো তোমাৰ বুলি কেলেই কৈছিলা? এইবিলাক বৰ বেয়া কথা নহয়।" বসন্তই এটা হুমুনিয়াহ এৰিলে।

ভালেমান সময় সি বহি থাকিল। মই মুখতে কিবা-কিবি ভোৰ-ভোৰালোঁ। তেতিয়াই বসন্তই ক'লে—"দাদা, তুমি মোৰ আপোন ককাইদেউৰ দৰে। তোমাৰ আগত মই মিছা নামাতোঁ। আচলতে বিমলাৰ আগত তোমাৰ কোটটো মোৰ বুলি কোৱা কথা সচা। বিয়াৰ পাচত প্ৰথমবাৰ ঘৰলৈ যাওঁতেই বিমলাই মোক কৈছিল—'এই ঠাণ্ডাখনত কোটটো পিন্ধি নাহে কিয়? মোক যে আঙঠি পিন্ধাবলৈ যাওঁতে কোটটো নিছিল সেইটো আপোনাৰ নহয় জানো?' মই ক'লোঁ— ' অ হযতো, মোৰেই কোট।' আজি পিছে বৰ দৌৰা-দৌৰিকৈ অহা বাবে কোটটো অনা নহ'ল। দ্বিতীয়বাৰ যাওঁতেও মোক কোটটোৰ কথা ক'লে। সেইবাৰ কোটটো ধুবলৈ দিয়া বুলি ক'লোঁ। কিন্তু তৃতীযবাৰ ঘৰলৈ যাওঁতে মই তোমাৰ কোটটো নিলোঁ। নি মোৰ বুলিয়েই কৈছিলোঁ। কিন্তু নবৌৱে দেখা পাই লগালে এইখন।" কথাখিনি কৈ লাজত বসন্ত মৰি যাওঁ মৰি যাওঁ হৈ গ'ল।

পুনৰাই সি দৰদ-ভৰা মাতেৰে ক'লে—"মই তেতিয়াই বিযাকে নাপাতোঁ। জানো বিয়াৰ পাচত মই বিপদত পৰিম বুলি। ইমান কেইটা পৰিয়ালক পোহ-পাল দি কোট এটা লোৱা বৰ টান। টকাৰ অঙ্কটো মিলাবই নোৱাৰোঁ। কিন্তু ঘৰলৈ গ'লে তাইৰ যি কথা— মই হেনো জলহু হৈ থাকোঁ, এযোৰা ভাল কাপোৰ নলওঁ। তাইক আঙঠি পিন্ধাবলৈ যাওঁতে কোট এটা পিন্ধি গৈছিলোঁ। তাকে ত্ৰ ই মনত ৰাখিছে। উঃ তিৰীজাতি কি মাৰাত্মক। লাজতৰ পৰি দাদা, মই সেইদৰে কৈছোঁ। তুমি মোক যি কৰা কৰা।"

বসন্ত কথাখিনি শুনাৰ পাচত মোৰ বৰ বেয়া লাগিল। বিমলাৰ একো দোষ নাই। ন-ছোৱালীয়ে গিৰীয়েকক অলপ ভালকৈ থকা বাঞ্ছা কৰেই। বসন্তৰো দোষ নাই। সি পৰাত জানো কোট এটা নলয়। মই বৰ বিপদত পৰিলোঁ। কি কৰিম। বসন্তক কোটটো দিবও নোৱাৰোঁ। কাৰণ মোৰ আকৌ এটা কোট কিনাৰ সামৰ্থ্য নাই। বসন্তৰ পিনে চালোঁ—সি চকুৰ পানী মচিব লাগিছে। তাক মই সহানুভূতিৰ সুৰত মাত দিলোঁ— "বসন্ত"। সি পানী মচি ৰঙা কৰা চকু দুটাৰে মোৰ পিনে চালে। মই হাতত কিমান পইচা আছে সুধিলোঁ। সি ক'লে—"মুঠে এটা টকাও নাই। বিযাত বানপানীৰ কাৰণে আগধন লৈছিলোঁ বহুত । কাট-কুট কৰি দৰমহাও কম পাওঁ। কেনেকৈ পইচা সাঁচিম।"

আমি কুলাই-পাচিয়ে নধৰা দুখৰ মাজতো কেৰাণী হৈ জীয়াই আছোঁ। কিয়নো আমাৰ আশা নিৰ্মল মন এটা আছে। কেৰাণী মানুহৰ ঘৈণীয়েকবিলাকৰ হাকিমৰ ঘৈণীয়েকহঁতকৈও আশা-আকাঙ্ক্ষা আৰু ফুটনি অলপ বেচি। এই অকল বসন্তৰ ঘৈণীয়েক বিমলাৰ ক্ষেত্ৰতেই নহয়— মোৰ শ্ৰীমতী সুচিত্ৰা কুমাৰী বৰুৱাৰ ক্ষেত্ৰতো। বহুত হাকিম, ইঞ্জিনীয়াৰলৈ তেওঁক দিয়াৰ কথা আছিল—কিবা পাক-চক্ৰত মোৰ লগতহে বিয়া হ'ল। বিয়াৰ পাচত বিমলাৰ দৰে সুচিত্ৰায়ো মোক ঘোলা কৰিছিল। মই ভিতৰলৈ সোমাই গৈ পাছু বুকটো উলিয়াই আনি বসন্তক ক'লোঁ, "পাছ-বুকত এই পঞ্চাশটা টকা আছে, তাকে উলিয়াই দিওঁ। তই এই মাহত দৰমহাৰপৰা যেনে তেনে বিশ টকা বচাই

এই একে কাপোৰৰে কোট এটা চিলাই কৰাগে।" মই পাছ-বুকৰপৰা টকা উলিওৱা ফৰ্ম এখন লিখি দিলোঁ।

বহীটো লৈ বসন্ত গ'ল। কৃতজ্ঞতাত তাৰ মুখখন পোহৰ হৈ উঠিছিল।

ইয়াৰ পাচত মই কেইমাহমান বিড়ি-চিগাৰেট খাবলৈ এৰি দিছিলোঁ। আৰু এদিন নতুনকৈ উপলব্ধি কৰিলোঁ— টকা পইচা নোহোৱাকৈ বিয়া কৰোৱা এটা মহাপাপ।

কবলৈ লাজ লাগে, ইয়াৰ পাচত দেউতাৰ পৰা এখন চিঠি পাইছিলোঁ—'মই মৰোঁ জাৰত কঁপি, তই পিন্ধাব আনক কোট ।" লাজ আৰু দুখত মোৰো মৰি যাওঁ মৰি যাওঁ লাগিছিল।

এটা কোট, এজনী ন-ঘৈণী আৰু এটা কেৰাণী চাকৰি—এই তিনিটা কথাই মনটো বৰ ভাৰাক্ৰান্ত কৰি তুলিলে।



# লাজ

আপুনি কেবাজনীও খুলশালী থকা ঘৰত বিয়া কৰাই পাইছেনে বাৰু? কিন্তু মোৰ এই পোৱাটোৱেই দুৰ্ভাগ্য। হে বিয়া নকৰোৱা মতা মানুহসকল, আপোনালোকে যাতে এই দুৰ্ভাগ্য মাতি নানে। অৱশ্যে সকলোকে মই এই অনুৰোধ কৰা নাই। মোৰ লেখীয়া দুৰ্ভগীয়াবোৰৰ প্ৰতিহে মোৰ এই সাৱধান বাণী।

মোৰ এটা দুৰ্ভাগ্যৰ কথা অকণমান শুনি আমনি পাব নেকি? তৃতীয় ওৰফে শেষৰজনী খুলশালীৰ বিয়া পাতিছিল। ছপোৱাচিঠিও পঠিয়াইছিল আৰু সেই চিঠিৰ তলতে নিজ হাতেও এক কলম লিখি দিছিল " তইঁত তিনিদিনমান আগতেই জৰুল আহিবি। তইঁত নাহিলে কিন্তু খুব বেযা পাম।" শ্ৰীমতীয়ে মোতকৈ চিঠিখন আগতেই পাইছিল। পটি কিন্তু তেওঁৰো মুখখন অলপ গোমা গোমা দেখা গৈছিল। সেই সময়ত তেওঁৰ গা নৰিয়া আছিল। ন মাহ । বিয়াত তেওঁ যাব নোৱাৰে বুলি নিশ্চিতভাৱে জানিছিল।

চিঠিখন পাই মোৰো ভাল লগা নাছিল। বিয়াত যাবলৈ নাপাম কিবা কাৰণত, এই দুখত যে মোৰ মন বেয়া লাগিছিল তেনে নহয়। আচলতে বিয়াত যাব লাগিলে টকাৰ অঙ্কটো মই কেনেকৈ মিলাম এই কথা ভাবিহে মোৰো দুখ লাগিছিল। মন খুলি পইচা খৰচ কৰিবলৈ নাপালে মোৰ কেতিয়াবা চৰকাৰখনৰ ওপৰত ৰাগ উঠি যায়। চিনু প্ৰভাৰ ওপৰত অৱশ্যে খং কৰাৰ হেতু নাই। প্ৰায় সময়তে পইচা নহ'লে তেওঁ মনে মনে াকেই। বেচি দামৰ কাপোৰ এখন কিনি দিব ওলালেও তেওঁ আপত্তিহে কৰে। গতিকে তেওঁৰ ওপৰত মোৰ খং অহৈতুকী। কিন্তু চৰকাৰখন? কত ৰকমৰ কম্পালচৰী কৰি কেবাণী কেইটাৰ বুকুৰ তেজ টুপিহে খায়। দেহা মাটি কৰি অ'ভাৰ টাইম কৰোঁ, তাকো সিইতে ইন্‌কামৰ ভিতৰত সুমুৱাই দিব। আৰু দৰমহা লোৱাৰ সময়ত দেখিব আপোনাৰ কিমান ৰকমৰ যে ডিডাক্‌চন ' চৰকাৰখনৰ চকু পৰে বেচিকৈ কেৰাণী কেইটাৰ ওপৰতহে। ঠিকাদাৰ, জমাদাৰসকলৰ ভিতৰুৱা ইন্‌কামবোৰৰ কথা তেওঁলোকে খবৰ ন কৰে।

দৰমহা পাইছিলোঁ এশ আশী টকা। পোৱাৰ তুলনাত দিব লগা প্ৰত্যেক মাহতে বেচি হয়। আকৌ তাৰে মাজতে একোটা নভবা নতুন খৰচ আহি পৰে। দৰমদা পোৱাৰ কিছুদনলৈ প্ৰায় অবাটে খোজ কাঢ়িব লগা হয়। শ্ৰীমতীৰ হতুৱাই গেলামাল, তৰকাৰী,

গাখীৰ আদিৰ নিয়মীয়া বাকীবোৰ দিযাওঁ। কিয়নো প্ৰত্যেক মাহৰে বেলেঞ্চ বৈ যাবলগীয়া হয়। তাতে এইবাৰ বিয়া। নগ'লেও নহয়, গ'লেও মৰণ। ইতিমধ্যে টকাৰ অঙ্কটোও কমি আহিছে।

তথাপি বিয়াত যাবলৈ ওলালোঁ। লগত ডাঙৰজনী ছোৱালীও ওলাল। চিনুপ্ৰভাই ক'লে—"প্ৰেজেন্ টেচনটো কিন্তু ভালকৈ দিব, লাগে লাগিলে এসাজ লঘোনে থাকিম।" যাবৰ সময়ত সেই কথাষাৰকে সোঁৱৰাই দিয়া কাৰণে মোৰো খঙটো টিঙিচ্‌কৈ উঠিল। ক'লোঁ---"অকল তোমাৰ ভনীযেৰাৰ বিয়াৰ প্ৰেজেন্ টেচনটো ভালকৈ নিলে হবনে? আকৌ কত বিয়া নিমন্ত্ৰণ আহিব। তুমিতো দেখিছাই, কিমানখন বিয়াৰ নিমন্ত্ৰণ টকাৰ বাবে ৰক্ষা কৰব নোৱাৰিলোঁ।" চনুপ্ৰভাই নামাতিলে। ভাবিলে বোধহয় আৰু মাত দিলে মোৰ যোৱাটোৱে বন্ধ হৈ যাব।

আচলতে হয়। বিয়াৰ বাবদ আজিকালি আমি বহুত ফৰমেলিটি ৰক্ষা কৰিব লগাত পৰোঁ। দুই এজন পৰম বন্ধুৰ বিয়াতো যাব নোৱাৰোঁ। তাৰে দুই এজনে লগ পালে কেতিযাবা কয়—"বিয়াত কেলেই নগ'ল? অ' আপোনাৰ দৰে মানুহনো আমাৰ বিয়ালৈ যাবনে ভাই।" আমাৰ দৰে মানুহ মানে কি কথাৰ ইঙ্গিত দিছে বুজিব হেৰি। তেতিয়া কিয় বিয়াত যাব নোৱাৰিলোঁ তাৰ কিছুমান ৰেডিমেড কৈফিয়ৎ দিব লগাত পৰোঁ। 'যেনে— বুজিছে ভাই, যাবলৈ বুলি ভাবি আছিলোঁ, কিন্তু ডাঙৰজনী ছোৱালীৰ এনে অসুখ হ'ল, অথবা শ্ৰীমতীৰ 'তমুক' হ'ল, অথবা অফিচত চি-এল একেবাৰে নাই, ইত্যাদি'।

বিয়াঘৰত, দেখিলোঁ প্ৰায়বোৰ ইষ্ট-কুটুম্বই আহি ঘৰ ভৰি পৰিছে। মোক দেখি খুল শালীজনী মানে কইনাজনী আগবাঢ়ি আহি ক'লে—"গাড়ী এখন ঠিক কৰি হ'লেওতো বাইদেউক লৈ আহিব পাৰিলেহেঁতেন।" মই অকণমান হাঁহিলোঁ। হাঁহি ক'লোঁ—"ঠিক আছে দিয়া, আমি আহিছোঁ নহয়। গোটেই কেজনে ঘৰখন এৰি অহাটোওটান নহয়।"

বিয়াত মই কোনজন মিতিৰে কি প্ৰেজেন্‌টেচন্ আনিছে, আলেঙে আলেঙে চাই ফুৰিব লগা হ'ল। দেখিলোঁ—কোনোবাই গিলাচ্, কোনোজনে পান-বটা, কোনোজনে চামৰাৰ চুটকেচ, কোনো জনে কাপোৰ, ইত্যাদি নানা ৰকমৰ বস্তু আনিছে। কথাটো খোলা-খুলিভাৱে ব্যক্ত নকৰিলেও আচলতে বিয়াবিলাকত নিমন্ত্ৰিত মিতিৰ বিলাকৰ মাজত এটা প্ৰতিযোগিতা চলে—কোনে কিমান ভাল বস্তু দিব পাৰে। এই প্ৰতিযোগিতাটো বেচিকৈ হয় শালপতিয়েক হঁতৰ মাজত। মই শহুৰৰ প্ৰথমজনী ছোৱালী বিয়া কৰাইছিলোঁ। দ্বিতীয়জনী বিয়া কৰাইছিল চিদানন্দ কাকতীয়ে।

বিয়াৰ ঘৰত কাকতীক লগ পালোঁ। দুয়োজনেই পৰস্পৰৰ খবৰ খাতি ললোঁ।

তেখেতে মোৰ পৰিবাৰ কিয় আহিব নোৱাৰিলে কাৰণটো জানি অলপ দুখ কৰিলে। কিন্তু এতিয়া কথা হ'ল, কোনে কি উপহাৰ আনিছে কেনেকৈ খবৰ লোৱা যায়। মই নিছিলোঁ মাত্র টকা কেটাহে লগত। ভাব—গধূলি চাইকেল কৰি গৈ টাউনৰপৰা কিবা এটা কিনি আনিম। একো অসুবিধা নাই। শহুৰৰ ঘৰ টাউনৰ ওচৰতে।

আমাৰ সেই অঞ্চলত বিয়া-বাৰুৰ প্ৰথা অলপ বেলেগ ধৰণৰ। ৰাতি ৰভাতলত যেতিয়া দ'ৰা-কইনাৰ হাত একেলগে লাগে আৰু পুৰোহিতে মন্ত্ৰপাঠ কৰে, তেতিয়াহে দৰা-কইনাৰ উপহাৰৰ বস্তুবোৰ তুলি দিয়ে। পুৰোহিতে উছৰ্গা দিয়া জনৰ নামটো উচ্চাৰণ কৰি মন্ত্ৰ পাঠ কৰে, ৰভাতলীৰ বিয়াৰমানুহবোৰ সেইখিনি সময়ত অলপ উদগ্ৰীৱ হৈ কোনে কি বস্তু দিয়ে চাই থাকে। আৰু তেতিয়াই কোনে কি ভাল উপহাৰ দিব পাৰে গৌৰৱৰ কথাটো আহি পৰে। সেই কাৰণে ত্রিশ টকা দামৰ চামৰাৰ চুটকেচ নিয়া জনৰ আগত পাঁচ টকা দামৰ পান-বঁটাটো লৈ যাবলৈ লাজ কৰে। কম দামৰ উপহাৰ নিয়া সকলে সেইখিনি সময়ত মানুহৰ মাজতে মূৰটো গোজা মাৰি—'হেই মোৰটোও লৈ যোৱা হে' বুলি এজনৰ হাতত দিয়ে।

মোৰ খুলশালীৰ বিয়াতো উছৰ্গাৰ সময় আহি পৰিল। মানুহবোৰ নিৰ্জন হৈ পৰিল। প্ৰাযবোৰ মানুহৰেই উছৰ্গাবোৰ দিয়া হ'ল। মানুহৰ মাজৰ পৰা দুই এষাৰ মাত ভাহি আহিল—'বাৰু, এতিযা কইনাৰ ভিন্‌দেবেক দুজনে বা কি দিযে।' শালপতিয়েও মোৰ পিনে ডিঙি মেলি চালে, ময়ো তেনে কৰিলোঁ। মোৰ মনৰ ভাব—তেখেতে আগেয়ে কি দিয়ে তেনে চাই লওঁ।তেখেতৰো মনৰ ভাব বোধহয সেয়েই আছিল। অৱশেষত মযেই আগেয়ে দিলোঁ সোণৰ আঙঠি এটা আৰু পাটৰ মেখেলা এখন। তাৰ পাচত কাকতীৰ পাল পৰিল। তেখেতেও দিলে সোণৰ আঙঠি এটা আৰু টকা বিশটা। মানুহবিলাকৰ মাজত কথাৰ গুণ্ গুণনি উঠিল। শুনিবলৈ মোৰ ধৈৰ্য্য নাথাকিল।

বিয়া ভগাৰ পাচত শালপতি আৰু মই শুবলৈ আহিলোঁ। বিয়াত মানুহৰ উদুলি-মুদুলি। শুবলৈ ঠায়েই নাই। এখন বিছনা খালী, তাতে আহি দুযো শুলোঁ। টোপনি দুয়োৰো অহা নাছিল। তেতিয়া ৰাতিও আৰু বেচি নাছিল। কাকতি শালপতিৰ মুখেৰে এটা দীঘল হুমুনিয়াহ ওলাই আহিল। মই মাত দিলোঁ—"টোপনি অহা নাই।" তেখেতে ক'লে—"টোপনি আৰু কত আহিব হেৰি। মই যোৱাৰ চিন্তাটোহে কৰিব লগা হ'ল।" তেখেতে অলপ ৰ' ল আৰু পুনৰাই ক'লে—"বুজিছে, আপোনাৰ আগত নো লাজ কৰিবলৈ কিটো আছে। ভাবিছিলোঁ কেৱল আঙঠিটোকে দিম আন একো নিদিওঁ। পিছে আপোনাক দেখি লাজত পৰি টকা বিশটাও দি দিলোঁ। এতিয়া কাইলৈ যাওঁ কেনেকৈ তাকে চিন্তা কৰিছোঁ।" গাড়ীৰ ভাৰাখিনিও হাতত নাই। মাষ্টৰ মানুহ দিয়কচোন, ভেমটো আছে—টকা নাই।

মোৰ মনে মনে হাঁহি উঠিছিল। আনন্দত নকব—দুখত আৰু সমবেদনাত। এইবাৰ মই ক'লোঁ—"নহয় দিয়ক আৰু, পাটৰ মেখেলা খনহে দিম বুলি ভাবিছিলোঁ। কিন্তু ৰভাৰ তলত মানহবিলাকৰ আগত এনে লাজত পৰি গ'লোঁ যে আঙঠিটো উলিয়াই দিব লগা হ'ল। ঘৰ খনত এটাই মাত্ৰ আঙঠি। তাকেই দি দিলোঁ। কি কৰিম, বাহিৰৰ ভেমটো বজাই ৰাখিব লাগিব। কেৰাণী মানুহ দিয়কচোন, কেইটানো টকা পাওঁ।"

ইযাৰ পাচত কাকতীয়ে ক'লে—"বুজিছে, সোণৰ আঙঠি দিয়াৰ শক্তি আচলতে মোৰ নাছিল। কিন্তু উদ্ধবৰ মাকে নেৰে। কয় বোলে—এইজনীয়েই শেষৰ ভনী। তাইক কিবা এপদ ভাল বস্তু দিব নোৱাৰিলে মানুহে কি বুলিব। আৰু তেওঁৰ মতে ভাল বস্তু হ'ল সোণৰ গহনা। মাষ্টৰ মানুহ— এইবোৰ ঝামেলা ভালো নাপাওঁ, তাতে পৰে আহি মোৰ ওপৰতহে।"

এইবাৰ মই নামাতিলোঁ। ময়ো কেৰাণী মানুহ বুলি কবৰ ইচ্ছা আছিল। নক'লোঁ। একেটা কথাকেনো বাৰে বাৰে কিমান কৈ থাকিম।

ৰাতি পুৱাল। ৰ'দ উঠিল। কইনা যোৱাৰ কন্দা-কটা আৰম্ভ হ'ল।

মোৰ ছোৱালীজনী কইনাৰ লগতে গ'ল। সেই চেগতে দুয়ো শালপতি ওলাই আহিলোঁ। তেখেতৰ গাড়ীৰ ভাৰাখিনি ময়েই দিলোঁ। ক'লোঁ—"আপোনাৰ তথাপি মোতকৈ বহুত লাভ। কিযনো আপুনি এজনী খুলশালীয়েকৰ বিয়াতহে দিলে। মই যে দুজনীৰ দিলোঁষ। অৰ্থাৎ আপোনাৰ পৰিবাৰকে ধৰি" বুলি হিঃ হিঃ কৈ হাঁহিলোঁ। কাকতীযে ক'লে—"হেৰি, আপুনি দিয়া আঙঠিটোকেইতো ভাঙি অলপ বেলেগ কৰি দিলোঁ। নহ'লেনো সোণ কিনিবলৈ টকা ক'ত পাওঁহে? দৰমহা পাওঁনো কেইটা। খাবলৈকে নুকুলায়। হেৰি, মাষ্টৰৰ দৰমহা বঢ়াৰনো কি হ'লহে? কাগজে-কলমেহে নেকি? কামত একো নাই দেখোন?"

দুয়োৰে এৰা এৰি হবৰ হ'ল। কাকতী শালপতিয়ে নমস্কাৰ দিলে। ময়ো প্ৰতিনমস্কাৰ দিলোঁ। তেখেতে একেবাৰে শেষ মুহূৰ্তত ক'লে— "এইবোৰ কথা যাতে আপোনাৰ সেই মাকহঁতে নুশুনে।" কথা খিনি একেবাৰে কাণৰ কাষত কোৱা দি সৰু সৰুকৈ ক'লে। মই "ইঃ ৰাম, কেলেই শুনিব। এইবোৰ আমাৰ মাজৰ কথা হেৰি" বুলি কৈ দুয়ো এৰা এৰি হ'লোঁ।

ঘৰ পাই শ্ৰীমতীক বিয়াৰ বিবৰণ ব্যক্ত কৰিলোঁ। তেওঁৰ মুখখন ধান পাচিৰ দৰে গভীৰ হ'ল। ক'লে—"ঘৰখনত মাথোঁ সেইখিনিয়েই সোণ আছিল। তাকো আপুনি দি দিলে। এঠাইলৈ যাবলৈ হ'লে এপদ গহনা পিন্ধিবলৈ নাপাওঁ। এতিয়া দেখিব নহয়, মিনু কেনেকৈ পিন্ধ-উৰি আহিব আৰু মই ওলাম সুধা হাতে। কথাখিনি কৈ চিনুপ্ৰভাই মুখখন

কান্দো কান্দো করিলে। মোৰ চকু দুটা চিনুৰ হাত, গল, কাণৰ পিনে যাবলৈ ধৰিলে।

হয় মই তেওঁক এপদ গহনাও দিব পৰা নাই। লাজ আৰু দুৰ্বলতাখিনি ঢাকি ৰাখি ক'লোঁ--"হেৰা ৰাণুৰ মাক, দুখ নকৰিবা। মই লাজটোহে ৰক্ষা কৰি আহিলোঁ। আজি কালিনো গহনা কেলেই লাগেহে। সেইবোৰ নিপিন্ধিলেওতো মই তোমাক সুন্দৰী সুন্দৰী দেখোঁ। বাৰু বাৰু দুখ নকৰিবা। এই মাহৰ পৰা ইন্ ক্ৰিমেণ্ট হব। কিবা কৰি ম।"

চিনুপ্ৰভাই হাঁহিলে। ক'লা মেঘে ঢাকি থকা আকাশখনত হঠাতে সূৰ্য্যটো ওলালে যেনে লাগে তেনে লাগিল মোৰ। কিন্তু চাকৰি, নিমন্ত্ৰণ আৰু লাজ, তিনিটা উপগ্ৰহই মোৰ পেটটোৰ ভিতৰত খুন্দিয়াবলৈ ধৰিলে।

——— অন্ত ———